*ASRAYA* : *a collection of short stories by Sri Atulananda Goswami, Published by Sri Pradip Saikia ; Janaki Prakashan, Panbazar, Guwahati-1. First published—January, 1993 ; Price : Rs. 30/-.*

---

প্ৰকাশক ঃ
শ্ৰীপ্ৰদীপ শইকীয়া
জানকী প্ৰকাশন
যশোৱন্ত ৰোড, পাণ বজাৰ
গুৱাহাটী-৭৮১০০১

প্ৰথম প্ৰকাশ ঃ জানুৱাৰী ১৯৯৩

বেটুপাত ঃ বেণু মিশ্ৰ

মূল্য ঃ ৩০·০০ টকা

ছপা ঃ
নিউ বৈশাখী প্ৰেছ
৬৮, শিৱনাৰায়ণ দাস লেন
কলিকতা-৭০০০০৬

# আগকথা

কিতাপ এখনৰ জোখাৰে গল্প এমুঠি কেতিয়াবাই গোট খাইছিল। এখন প্ৰকাশ কৰিব লাগে বুলি, মোৰ কেইখন কিতাপৰ প্ৰকাশৰ ক্ষেত্ৰত ঘনিষ্ঠভাৱে জড়িত হৈ থকা বন্ধু হীৰেন ভট্টাচাৰ্যই লাগিয়েই আছিল। সেইমতে এসময়ত কেইটামান গোটাই সাজু কৰোঁতেই, মোকে প্ৰকাশ কৰাৰ সুবিধাটো দিয়ক বুলি ধামপুৰৰ ফালৰ ডেকা এজনে প্ৰায় কাঢ়ি নিয়াৰ দৰে লৈ গ'ল যোৱা ১৬'৪।৮৯ তাৰিখেই। ডেকাৰ আগ্ৰহ দেখি ভোল গৈছিলোঁ। তাতে তেওঁক মোৰ লগত চিনাকি কৰি দিছিল দুজন মাননীয় লেখকে। পিছে আমো হেৰাল, কমু'টিও। ডেকাৰ খবৰেই নাই আজিলৈকে। শুনিছোঁ, ডেকাই আন দুজন মানৰ পৰাও প্ৰকাশ কৰোঁগে বুলি পাণ্ডুলিপি লৈ গৈ নোহোৱা কৰিলে। এতিয়া বুজিলোঁ ডেকাই ঠগিলেহে। আচলতে সেইটোও নহয়। ডেকাই আগতে আন প্ৰকাশকৰ লগত কাম কৰিছিল। সেইদৰে পোৱা বুজিবে, নিজেও প্ৰকাশক হবলৈ মন মেলিলে। ঠিকাদাৰৰ যোগালিয়ে নিজে ঠিকাত হাত দিব খোজাৰ দৰে। তেনে হাবিয়াসত কোনো দোষ নাই, দোষ হ'ল মুচিতে পকিব খোজা আগ্ৰহাধিক্যত। মোৰ দুখ বৈ গ'ল, তেওঁ লৈ যোৱা গল্প কেইটাৰ কেবাটাৰো কপি নাই মোৰ হাতত। বিশেষকৈ "ব'ৰ্মতিলাৰ ভালিমী" নাম দি লিখা গল্পটোৰ বাবে। সেই নামেৰেই কিতাপখনো ছপোৱাৰ কথা আছিল। দুটা কপি কৰিছিলোঁ। আনটো নিছিল জুবোভৰ মহিলা এগৰাকীয়ে। তেখেতেও নতুনকৈ উলিয়াব খোজা কিতাপেই নে আলোচনী এখনত দিবলৈ গল্প বিচাৰি স্বামীক লগত লৈ মোৰ কাৰ্যালয়লৈকে আহি আছিল। তেখেতৰো খবৰেই নাই। গল্পটো বৰষীৰ পৰা এবাই যোৱা শ'লমাছৰ দৰে 'বিয়াগোম' নহলেও, পাঠকৰ হাতত দি ভাল লাগিল হেঁতেন।

এই সংকলনৰ গল্পকেইটা ১৯৮৭ চনৰ পিছৰ। তাৰে "তুলে ভটকে পিৰিৰ" নামৰ গল্পটে, উত্তৰ প্ৰদেশ চৰকাৰে সাংস্কৃতিক বিভাগৰ যোগেদি প্ৰয়াগত পতা সৰ্ব-ভাৰতীয় লেখক শিবিৰ এটাত বহি লেখা। মাঘ-মেলা চলি আছিল তেতিয়া। গল্পটো ইতিমধ্যে ইংৰাজী, হিন্দী আৰু তামিল ভাষালৈ অনুদিত হৈ প্ৰকাশ পাইছে। দূৰদৰ্শনতো ওলাব পাৰে, হিন্দীত। গোট এটাই অনুমতি লৈ থৈছে মেৰেণ্ডুৰ। ওড়িয়ালৈকো অনূদিত হৈছে, প্ৰকাশ হোৱা বুলি গম পোৱা নাই। "বজিয়া হাতী" ইংৰাজী আৰু হিন্দীত ওলাইছে। দিল্লীৰ "কথা" নামেৰে প্ৰতিষ্ঠান এটাই সেইটো

গল্পৰ বাবে যচা পুৰস্কাৰ এটা যোৱা ৩০।১০।৯২ তাৰিখে ৰাষ্ট্ৰপতিয়ে প্ৰদান কৰে, ৰাষ্ট্ৰপতি ভৱনত। "পুলকেশ বৰুৱা" ওলাইছিল ১৯৮৪ চনৰ অক্টোবৰ সংখ্যা "প্ৰকাশ"ত। সেই গল্পটোৰ এটা আমোদজনক কাহিনী আছে। ওলোৱাৰ পিছতে দূৰদৰ্শনত প্ৰচাৰ কৰিব পৰাকৈ গল্পটোৰ চিত্ৰৰূপ দিবলৈ আয়োজন কৰিছিল, গুৱাহাটীৰে গোট এটাই। তেনেতে অসমত চৰকাৰ সলনি হ'ল। নতুন বিধান সভাৰ অধ্যক্ষজনৰ নামটোও আছিল পুলকেশ বৰুৱা। সেইটো নিশ্চয় মোৰ দোষ নহয়। পিছে সেইবাবেই এই গোটটোৱে ছবিৰ কাম এৰি দিলে। মোক সুধিছিল নামটো সলাই দিব পাৰিম নেকি। মই পিজনৰ নামটোকে পাৰিলে সলাই দিবলৈ পৰামৰ্শ দিলোঁ। "প্ৰকাশ"তে 'বচিৰৰ বোজাটো'ও ওলাইছিল। একেটা গল্পকে ১৯৯১ চনৰ বিহু সংখ্যা "পূৰ্বাচল"ত প্ৰকাশ কৰি দিলে মোক একো নজনোৱাকৈ। মোৰ বোধেৰে কাগজ চলাবলৈ তেনে কৰেই কোনো কোনোৱে।

গল্পৰ আঁৰৰ এইবোৰ কথাও পাঠকৰ বাবে আমোদজনক হ'ব পাৰে। সেই বিশ্বাসতে লিখি থলো।

আকৌ হীৰেন ভট্টাচাৰ্য। জানকী প্ৰকাশনৰ লগত প্ৰথম যোগাযোগ ভট্টাচাৰ্যৰে। কলিকতাৰ ছপাশালৰ লগতো। তেওঁলোকে আনকি কিতাপখনৰ কাৰিকৰী দিহাৰ বাবেও চিঠিপত্ৰ দিয়ে ভট্টাচাৰ্যলৈহে। মই প্ৰুফ এটা চাই দিওঁ মাত্ৰ। আৰু, বেন্থ মিশ্ৰই বেটুপাত আঁকি নিদিলে মোৰ গা জুৰ নপৰে। প্ৰকাশকে সাহ কৰি কিতাপখন প্ৰকাশ কৰিবলৈ লোৱা বাবে ভাল লাগিছে। পাঠক সমাজে গ্ৰহণ কৰিলেই হয়।

"আধাৰ"
জু-নাৰেঙ্গী ৰোড
গুৱাহাটী-৭৮১০২৪

অতুলানন্দ গোস্বামী
১৯।১২।৯২

# সূচী


| | |
|---|---|
| আশ্ৰয় | ১ |
| উত্তৰাধিকাৰ | ৩১ |
| পুলকেশ বৰুৱা | ৩৬ |
| শৃঙ্গাৰ | ৪২ |
| বলিয়া হাতী | ৪৮ |
| অকলে অকলে | ৫৭ |
| বেৰত তেজৰ দাগ | ৬৭ |
| ব'চৰৰ বোজাটো | ৭৪ |
| ভুলে ভট্‌কে শিবিৰ | ৮৩ |
| মোৰ তেজৰ বোলেৰে | ৯০ |
| ধৰণী ঘাঁহীৰ দোতাৰা | ৯৭ |
| টিফিনৰ টেমা | ১০৪ |
| উচ্ছেদ | ১০৯ |
| বেদখল | ১১৬ |
| কমলে কৰিলে কি ! | ১২১ |
| মৰম | ১৩০ |
| প্ৰতিশোধ | ১৩৫ |

# আশ্ৰয়

আচৰিত! ইমান অকণমানি কুমাৰণী পোকটোৱে তাতকৈ চাৰি গুণমান ডাঙৰ, গধুৰো, পইতাচোৰা এটা ইমান হেঁচাৰতে টানি ওপৰলৈ তুলি আনিছে! খিৰিকিৰ চৌকাঠৰ একাষে বেৰতে লগাই কুমাৰণী পোকটোৱে মাটিৰ বাহটো সাজি থকা কামটো যোৱা তিনি কি চাৰিদিন হ'ল, দেখি আহিছে বাণীয়ে। একেথৰে বহি থকা বাণীৰ পৰা পোকটোৱে অকণো আমনি পোৱা নাছিল। খিৰিকিখন ৰাতিও খোলাই থাকে। মাৰিবলৈ এৰি দিলে বাণীয়ে। আইনা' তিনিখন ভঙা আজি প্ৰায় এমাহ হ'ল। লগাবলৈ কাৰো খবৰ হোৱা নাই। সেইখন খিৰিকি মাৰিলে বা নামাৰিলে, কথা একেই। কুমাৰণী পোকটোৱে সেইবাবেই নিশ্চিন্তমনে ক'ৰবাৰ পৰা বোকা অকণমান গুভত লগাই আনি থাপি গৈছে। অবিৰাম চলাচল। বোকাৰ টোপটো ঠেং একোটাৰে মিহিকৈ মিলাই থয়। আকৌ বোকা আনেগৈ। এটোপ। তিল এটাতকৈ সৰহ নহয়। তাকে আনি আনি জলকাই এটাৰ সমান বাহ এটা সাজিলে। তলফালে বাণীয়ে লৈ থকা পেন্সিলগছৰ মূৰটো সোমাব পৰাকৈ ফুটা এটা। তালৈকে, ক'ত ধৰিলে জানে', পইতাচোৰা এটা এয়া টানি নি আছে। পাৰগৈ, পাইছেই আৰু! কিন্তু সেইটো বাটেৰে সোমাব কেনেকৈ পইতাচোৰাটো?

কিন্তু আচৰিত কথা আৰু এটা। পইতাচোৰাটো জীয়াই থকাৰ কোনো চিন নাই অথচ তাৰ দীঘল ঠেং দুডাল লৰচৰ কৰি আছে। বাকী দেহাটো অচেতন, অৱশ; যেন কুমাৰণীটোৱে এটা মৰফিয়া ইনজেকছনহে দি আনিছে!

আস্! মৰফিয়া, মৰফিন্! কানি থাকে বোলে সেইটো দৰৱত। ইনজেকছন দি মানুহক অৱশ, অচেতন কৰি পেলাব পাৰি। বাণীয়ে নিজে জানে সেইটো। বাণীকো দিয়া হৈছিল এসময়ত বহুত মৰফিন। আমৰি একো একো সময়ত বাণীয়ে নিজে

বিচাৰি লৈছিল মৰফিয়া ইনজেকছন। প্ৰয়োজন হৈছিল, দেহটো চেপি পেলোৱা বিষ একোটাৰ উপশম ঘটাবলৈ। বিষ অনুভৱ কৰিব নোৱাৰাকৈ বাণী অচেতন হৈ পৰিছিল মৰফিয়াৰ প্ৰভাৱত। অৱশ অৱশ লাগিছিল পিছত! দেহাই গমকে না-পাইছিল ক'ত কেনি কিমান বিষায়!

এতিয়াও মনত পৰিলে ঘামি উঠে বাণী। সেইবোৰ কথা মনত পৰিব নোৱাৰাকৈ, তেনে কিবা এটা দৰবেৰে বাক চিন্তাক অৱশ, অচেতন কৰি দিব পাৰিলে? ওলাইছেনে চাগৈ তেনে কিবা দৰব? পিলেই হওক বা ইনজেকছনেই হওক, মানুহটো সুস্থ থাকিব, কিন্তু মনলৈ কোনো চিন্তা আহিব নোৱাৰিব! পৃথিৱীৰ বিজ্ঞানে পাৰিছেনে বাৰু তেনে ধৰণৰ কিবা দৰব আৱিষ্কাৰ কৰিব? ওহো, শুনা নাই বাণীয়ে তেনে ধৰণৰ কোনো খবৰ। কাগজে-পত্ৰয়ো পোৱা নাই তেনেকুৱা আশা দিব পৰা বাতৰি।

যোৱা কিছুদিন ধৰি অৱশ্যে কাগজ-পত্ৰৰ লগতো বাণীৰ কোনো সম্পৰ্ক হোৱা নাই। দিনটোৰ কাগজখন বিচাৰিবলৈ বাণীৰ সংকোচ হয়। এমাহমানৰ আগতে কাগজখন বিচাৰি নুবাৰনে তিনিবাৰ কোনোবা এটাক মাতি আছিল। বিনোদৰ ঘৈণীয়েকে চাদৰৰ আগত হাত এখন মোহাৰি মোহাৰি আনখন হাতত কাগজখন লৈ আহি এবাৰ কথা কৈ পেলাইছিল। কণ্ঠত অৱশ্যে মুখত হাঁহিৰ আভাস এটাও আছিল, "আপোনাক কাগজখন আনি দিবৰ বাবেই কোনো বহি থকা নাই নহয় বাইদেউ!" পিছে সেই হাঁহিটোৰে কথাষাৰৰ তিক্ততা বা মনৰ বিতৃষ্ণাখিনি ঢাকি ৰাখিব নোৱাৰিলে!

সেইবোৰ ঢাকি কোনেও ৰাখিব নোৱাৰে আজিকালি। ৰখাৰ চেষ্টাও নকৰা হ'ল। মাক ঢুকোৱাৰ পিছৰ পৰাই মন কৰিছে বাণীয়ে বিনোদ-বিনয়হঁতৰ আগৰ উচ্ছ্বাস এনে কমি গৈছে। বাইদেউ বুলিলে যিটো বিনয়ে তাহানি মাটিতে কামোৰ এটা মাৰিব পাৰিছিল, সেইটো বিনয়েই ছমাহমানৰ আগতে এবাৰ কথাৰে বাণীৰ হিয়া থকা-সৰকা কৰি পেলাইছিল। সক কথা। তাৰো চোকটো বাণীৰ মনৰ পৰা মাৰ যোৱা নাই। বিশেষকৈ তাত থকা ইঙ্গিতটোৰ বাবে!

বাণীৰ চকিখনত যোৱা তিনি বছৰমানৰ পৰাই মাত ওলায়। চকাকেইটাৰ টায়াৰ ভুটা ক্ষয় গৈ গৈ চেপেটা হৈ গ'ল! তাকে সলাই চকিখন মেৰামত কৰাই দিবলৈ খাটিছিল বাণীয়ে। "চকিখনৰ দাম কিমান আজিকালি ভাবি চাইছনে বাইদেউ, আছেনেকি তোৰ হাতত টকা? আৰু লাগিবনো কিমান দিনলৈ?"

টকা নাই। হুইল চেয়াৰ এখন কিনিব পৰা বা মেৰামত কৰাই লোৱাৰ জোখাৰে

লগা টকাও নাই বাণীৰ। কিন্তু 'লাগিবনো কিমান দিনলৈ' কথাষাৰৰ মানে? সিহঁতে বাণীৰ অস্তিত্বকে নাকচ কৰি দিলেনেকি? বিনয়ে সেই দৰে সেই আষাৰ কথা কোৱাতকৈ, বাণীৰ গালত ঠাচকৈ চৰ এটাকে মাৰি নিদিলে কেলেই! তাকে কৰা-হেঁতেন হয়তো বাণীৰ বুকুৰ পোৰণিটো ইমান বেছি নহ'লহেঁতেন।

এইখন চকিৰ বয়স পোন্ধৰ বছৰ পাৰ হ'ল। সিও দৈনিক ব্যৱহাৰ কৰোঁতে যথেষ্ট কষ্ট পায়। ঘঁহিলে কম যোৱা লিগৰ দৰেই চকিখনৰো এটা আয়ুস থাকে! অথচ ইয়াৰ আগৰখন চাৰি বছৰ নৌ হওঁতেই সলোৱা হৈছিল। চকা এটা অলপ সোলোক-চোলোক হোৱা বাবেই সেইখন আঁতৰাই এইখন কিনা হৈছিল। অৱশ্যে তেতিয়া দেউতাক আছিল বাণীৰ।

দেউতাক থকা বাবেই কথাবোৰ বেলেগ আছিল তেতিয়া। বাণী দেউতাকৰ একমাত্ৰ ছোৱালী, প্ৰথম সন্তান। বাণীৰ বাবে কৰিব নোৱাৰা কাম একোৱেই নাছিল দেউতাকৰ। সামৰ্থ্যই জোৱালৈকে সকলোখিনি কৰিছিল।

আচলতে সেইটো নহয়। বাণীৰ বাবে অহোসাধ্য কৰিবলৈ যাওঁতে সামৰ্থ্যই টুটি আহিছিল দেউতাকৰ। বাণীৰ দেউতাক আছিল স্বৰ্গীয় বিপিন চন্দ্ৰ বৰুৱা। সাধাৰণ মধ্যবিত্ত লোক। আৰ্জন তেনেকৈ লেখত ল'বলগা একো নাছিল। প্ৰাথমিক চিকিৎসাবোৰৰ খৰচ গেটেইখিনি গাড়ীৰ মালিকে লোৱাত যথেষ্ট সকাহ পোৱা গৈছিল। হ'লে কি হ'ব। পিছত বহুত কাম কৰিব লগা হ'ল। সেইবোৰৰ মোৰা মাৰোতে তেনেই জুৰুলা হ'ল মানুহজন। আকস্মিক দুৰ্ঘটনা এটাই একমাত্ৰ জীয়েকৰ ভৱিষ্যৎ সম্পূৰ্ণ আন্ধাৰ কৰি দিয়া চকুটোৱে এনেয়ে জৰ্জৰিত কৰিয়ে পেলাইছিল। সেয়ে তেখেতৰ মৃত্যুকো আগুৱাই আনিলে।

মৰাৰ আগতেই, বাণীয়ে যাতে কোনো কথাতে অসুবিধা নাপায় তাৰ ব্যৱস্থা বুলি কোঠাটো সজাই দিছিল। হুইল-চেয়াৰখনেৰে ইফাল সিফাল কৰিব পৰাকৈ দুৱাৰ-বোৰ বহল কৰা, কোঠাৰ গাতে য়ুৰোপীয় চানেকিৰ পায়খানাটো সজাই দিয়া, গা-ধোৱা ঘৰটোত সুবিধা লগাই দিয়া কামবোৰতে বেছ শকত পুঁজি এটাই ভাঙিব লগা হৈছিল স্বৰ্গীয় বৰুৱাই। অকণো আক্ষেপ নকৰাকৈ সেইবোৰ কৰি দিছিল। বুকুৰ আগমণ্ডহ যেন ছোৱালীজনীৰ বাবে প্ৰয়োজনীয় কামখিনি কৰোঁতে স্বৰ্গীয় বৰুৱাই অকণো কাৰ্পণ্য কৰা নাছিল। পিছে তাকে কৰোঁতে, ক'ব নোৱাৰাকৈয়ে স্বৰ্গীয় বৰুৱাই পিছৰ ল'ৰা দুটাৰ ভৱিষ্যৎ সম্ভাৱনাকো কোঁচ খুৱাই পেলাইছিল। সেই বিষয়ে একো চিন্তা নকৰিলে তেখেতে।

মৰিবৰ সময়ত বিনোদৰ হাত এখন নিজৰ বুকুত থৈ কৈছিল, "বাণীক চাবি। তাইৰ মনটোত দুখ দিলে মই কিন্তু দিপুৰীতো শান্তি নাপাম।"

সিপুৰীত দেউতাকে কি পাইছে, নাপাইছে চাবৰ বা জানিবৰ উপায় নাছিল বিনোদৰ। কিন্তু মৰাৰ আগে আগে বিনোদক তেনেকৈ কৈ যোৱা বাবেই নেকি বিনোদে বায়েকক মুখেৰে টান কথা এবাৰো কোৱা নাই আজিলৈকে আৰু এই পুৰীত সিহঁতৰ পৰিয়ালটোৰ কেৱল অশান্তিকে কঢ়িয়াই অনা বায়েকজনী যে এটা ডাঙৰ বোজা হৈ বিনোদ-বিনয়ৰ কান্ধত ভৰ দি আছে, সেই ভাব বিনোদৰ কথা-বতৰা, আচাৰ-ব্যৱহাৰতো প্ৰকাশ পাবলৈ ধৰিলে।

বাণীৰ বোজা স্বৰূপ হৈ থাকিবৰ অকণো হাবিয়াস নাই। ইচ্ছা নথাকিলেও, ভায়েকহঁতক সকাহ দি কেনিবা আঁতৰি হেৰাই যাবৰ উপায়ো নাই বাণীৰ। একমাত্ৰ উপায় আছিল আত্মহত্যা কৰাত। পিছে সেইটো কৰিবলৈ আৱশ্যকীয় সাহস গোটাব নোৱাৰিলে বাণীয়ে। সেইটো মনোবল নাপালে।

অথচ এটা দিন আহিছিল যিদিনা সুস্থ, সচেতন অৱস্থাৰে, সাধাৰণ সামাজিক ৰীতিৰ মাজেদি বাণীৰো এখন নতুন ঘৰলৈ গৈ আন এখন নতুন ঘৰ পতাৰ সকলো সম্ভাৱনাই উজ্জ্বল হৈ দেখা দিছিল। সেয়ে হোৱাহেঁতেন এইখন ঘৰো আজকাল নোহোৱাকৈ সাধাৰণভাৱে চলি থাকিও বিনোদ-বিনয়হঁতৰ পঢ়াশুনাখিনিয়েই কিছু উধাই গৈ ভাল চাকৰি-বাকৰি একোটা পোৱাৰ সুবিধা ওলালহেঁতেন। নহ'ল। একোৱেই নহ'ল। এজাক অকালতে অহা ধুমুহাই গোটেইবোৰ ছাৰখাৰ কৰি থৈ গ'ল।

বিয়াৰ বন্দবস্ত হোৱাৰ পিছতো, বাণীয়ে ইচ্ছা কৰা বাবে এম এ পঢ়িবলৈ যোৱাৰ ব্যৱস্থা কৰা হৈছিল। সেইবাবে ল'ব লগা চাৰ্টিফিকেট এখন আনিবলৈ এদিন কলেজলৈ গৈছিল বাণী। নিয়তিয়ে পিছ লৈছিল বাণীৰ।

বালি কঢ়িয়াই অনা ট্ৰাক এখন বৰ বেগেৰে আহি থাকোঁতে কিবা টাই-বড এও নে তেনে কিবা এটা ছিগি থাকিল। ড্ৰাইভাৰে চলালিব নোৱাৰিলে। বিজুতিত বাণীক খুন্দিয়াই ওফৰাই পেলালে।

মৰাহেঁতেন ভালেই আছিল। এটা বাতৰি পৰিবেশন কৰিলেহেঁতেন স্থানীয় বাতৰি দিওঁতাই। পিছে বাণী নমৰিল। ভৰি দুখন শুকান মৰা ঠাৰি ভঙাদি ভাঙি থৈ গ'ল। দুয়োখন ভৰি কাটি পেলাবলগীয়া হ'ল: এখন আঁঠুৰ ওপৰত এখন ঠিক আঁঠুতে!

লগে লগে ঘৰখনলৈ নামি আহিল এক অন্তহীন অমাবস্যা।

ভৰি দুখন কটাৰ আগে পাছে বহুত মৰফিয়া ইনজেকচন ল'ব লগা হৈছিল বাণীয়ে। তাৰো একো একোটাৰ প্ৰয়োজন হৈছিল অদ্ভুতভাৱে। হস্পিতালত পৰি থাকোঁতে, পিছলৈ বাণীক আঁউজি বহি থাকিব পৰাকৈ ব্যৱস্থা কৰি দিয়া হৈছিল। বিষবোৰ

কমিছে। কটা অংশ ছুটাৰ ছাল শুকাবলৈ আৰম্ভ কৰিছে। তেনে অৱস্থাত একো-দিনা কাপোৰৰ তলতে থকা খণ্ডিত ভৰি দুখনলৈ বহুত সময় একেথৰে চাই থাকি হঠাৎ বাণীৰ মনত পৰে ভৰি দুখন নাই! এই অবিশ্বাস্য সত্যই মনটো চেপি খুন্দি কোঁচ খুৱাই দিয়ে আৰু লগে লগে গোটেই দেহাটো অৱশ কৰি পেলোৱা অসহ্য বিষ এটা উঠে। অস্থিৰ হৈ পৰে বাণী। বুকু, পিঠি, কপাল ঘামি উঠে। শেষত ৰ'ব নোৱাৰি কাতৰভাৱে বাণীয়ে চিঞৰি দিয়ে। ডাক্তৰ, নাৰ্চ আহি বোধ কৰো একো বুজিব নোৱাৰিয়েই ইনজেক্‌ছন একোটা দি দিয়ে। বাণী অচেতন হৈ পৰে।

চেতনা পালেই বাণীয়ে বেছিভাগ সময়তে উন্মান পাইছিল, তেওঁৰ বাঁয়ত ভিতা কপালখন মোহাৰি মুখেৰে এধাৰো কথা নোকোৱাকৈ, বহুত সময়ৰ পৰা কাষতে বহি আছে অৰূপদা। অৰবিন্দ শৰ্মা। ঘৰৰ পৰা সকলো সময়তে মাক বা দেউতাক আহি বহি থাকিবহি নোৱাৰে। তেনেকুৱা অকলশৰীয়া মুহূৰ্তবোৰত, বেছিভাগেই বাণী অচেতন হৈ থকা অৱস্থাত নীৰৱে বহি থাকেহি অৰূপ।

সেই অৰূপদা হেবাই গ'ল। আচলতে হেবাল বাণীৰ বিয়াৰ বন্দবস্ত হোৱাৰ দিনৰ পৰাই। বাণীহঁতকৈও নিঃস্ব পৰিয়ালৰ ল'ৰা অৰূপ। সাংসাৰিক দৃষ্টিত একেবাৰে অযোগ্য ল'ৰা। কিন্তু তেওঁৰে চৰিত্ৰত এটা অদ্ভুত মোহনীয়তা দেখা পাইছিল বাণীয়ে। কিন্তু সিমানেই।

অকল চুবুৰীতে নহয়, গোটেই নগৰখনৰে চিনাকি মানুহৰ ঘৰত সকাম-নিকাম এটা হ'লে অৰূপ নহ'লে নহয় কাৰো। সকলো কাম অতি নিয়াৰিকৈ কৰিব পৰা, একান্তভাৱে নিৰ্ভৰযোগ্য এই অৰূপ নহ'লে একো নচলেই বুলিব পাৰি। কিন্তু অৰূপৰ নিজৰ ঘৰখন নিয়াৰিকৈ চলিছেনে নাই কোনেও খবৰ কৰা বুলি বাণীয়ে নাজানে। ককায়েক এজন আছে। অৰূপকো মিউনিচিপেল বৰ্ডত চাকৰি এটা দিয়া বুলি জানিছিল। পিছে সেই কাম নকৰিলেই নে এৰিয়েই দিলে কাকো সুধি জানি ল'ব পৰা নাই বাণীয়ে।

হস্পিতালৰ পৰা ঘৰলৈ হুইল-চেয়াৰ এখনেৰে সৈতে লৈ অহাৰ পিছৰ পৰাই সেই যোগাযোগ প্ৰায় হেবাই গ'ল। যেনেকৈ হেবাই গ'ল বাণীৰ নতুন জীৱনৰ সম্ভাৱনাটো। ল'ৰাৰ ঘৰৰ পৰা বাণীৰ দুৰ্ঘটনাৰ বাবে আন্তৰিক সমবেদনা জনাবলৈ অহা খুড়াকজনেই পাকে-প্ৰকাৰে সুধিছিল এতিয়া জানো বিয়াৰ কথা ভবা উচিত?

উচিত অনুচিত বিচাৰ কৰিব নোৱাৰিও বাণীয়ে ইনজেক্‌ছন ল'ব লগা হৈছিল। বহুবাৰ। বহুদিনলৈ মাজে মাজে ভাবিছিল, জীৱনটো চকিখনৰ দৰেই এটা আচবাবহে হৈ পৰিলনেকি? সম্পূৰ্ণ অৱহেলিত আচবাব এটা।

দেউতাক জীয়াই থকালৈকে বাণীয়ে একো উপলব্ধি কৰা নাছিল। তায়েক তুলাৰ আচাৰ-ব্যৱহাৰো অনুকূল আছিল।

পৰিৱৰ্তন আহিবলৈ ধৰিলে দেউতাক ঢুকোৱাৰ পিছত। বাণীৰ সুখ-সুবিধাবোৰ কৰাৰ পিছতো বাণীৰ মুখৰ হাঁহিটো দেখি থকাৰ আশাতে দৰ্মহা পাবৰ দিনা হাতত কিবা এটা লৈ আহে দেউতাকে, সাধাৰণ বস্তু একোটা। তাকে পোনে পোনে আহি বাণীৰ হাতত দিয়েহি নিয়মিতভাৱে পাই থাকি থাকি পিছলৈ তেনেকৈ কিবা এটা পোৱাটো বাণীয়ে স্বাভাবিকভাৱে আশা কৰিবলৈ ল'লে। প্ৰাথমিক স্তৰত শাড়ী, ব্লাউজৰ কাপোৰৰ পৰা পিছলৈ, মিঠাই, চকলেট, ডালমুটলৈ নামি গৈছিল যদিও টোপোলা এটা আহিছিল। দেউতাক ঢুকোৱাৰ পিছত কোনোবা এসময়ত সেইটো বন্ধ হৈ গৈছিল।

চাকৰিৰ ম্যাদ শেষ হোৱাৰ আগতে বাণীহঁতৰ দেউতাক ঢুকাল। সেই সৰীখনে বাণীৰ ভবি তুখন ভাঙোতে তাৰ আঘাতটো আহি পৰিছিল দেউতাকৰ হিয়াত। সেই আঘাততেই তেখেতক বাণীহঁতৰ পৰা আঁতৰাই লৈ গ'ল। মাকে পাৰিবাৰিক পেঞ্চন এটা পাবলৈ ধৰিলে।

হঠাতে এদিন মনত পৰি কথাৰ মাজতে মাকে বিনোদক এদিন কৈছিল, "তাইক বহুত দিন একো এটা দিয়া হোৱা নাই। দিবি অ' আনি শাড়ী-চাৰিকে এখন পাৰিলে।" শাড়ীখন আচল কথা নহয়, কিবা এটা আনি হাতত দিয়াটোহে আচল কথা। বিনোদৰ বিক্ষোভ জাঙুৰ খাই উঠিল। একো নভবাকৈয়ে কৈ দিলে, "নতুন শাড়ী পিন্ধি বাইদেৱে নাচিবলৈ যাবনেকি মা? অনাহক পইছা এগাল ভাঙিবলৈ ক'ব নালাগে নহয়!" এইটোও নাভাবিলে বিনোদে যে সিটো কোঠাৰ পৰা বাণীয়ে তাৰ কথাষাৰ শুনানাকৈ থকা নাই।

এপলকৰ বাবে বাণীৰ শিৰা-উপশিৰাৰ তেজৰ সোঁত বন্ধ হৈ গৈছিল। দেহাৰ সকলো অনুভূতি স্তব্ধ হৈ গৈছিল। চকু তুটা ডাঙৰকৈ মেল খাই থৰ হৈ গৈছিল।

বিনোদৰ কথাৰ উত্তৰত মাকে কি কৈছিল বাণীয়ে শুনিনিলে। সেই মুহূৰ্তত বাণীৰ মনত পৰিল দেউতাক ঢুকোৱাৰ কথা। মনত পৰিল দেউতাকে বাণীৰ প্ৰতি কৰা শত্ৰুতাৰ কথা! দেউতাকৰ অবিবেচনাৰ কথা! হয়োতো, সদায় ইটো সিটো বস্তুৰ টোপোলা এটা আনোতে কৰা খৰচবোৰে ডাঙৰ হৈ অহা ল'ৰা তুটাক ক্ৰমান্বয়ে বঞ্চিত কৰি অহা নাছিল জানো! বাণীয়ে হাতত উল বা কুকচা এডাল ল'লেও দেউতাকে বাধা দিছিল, সেই কামবোৰকে বাণীয়ে অৱলম্বন হিচাপে ল'বগৈ লগা হয় বুলি! তেনেকৈ বাণী ছোৱালীজনীক এটা টোপোলালৈ ৰূপান্তৰিত কৰা হোৱা নাছিল জানো!

এতিয়া বিনয়ে কোনোবা ব্যৱসায়ী এজনৰ ঘৰত পুৰাব পৰা গধূলিলৈকে লেখাৰি নিছিগাকৈ কাম কৰি ভাত-মুঠিৰ দিহা কৰিবলৈ ল'ব লগা কথাই বিনোদৰ মনটো ক্ষুব্ধ কৰি পেলাইছিল।

বাণীৰ গা-মন একেবাৰে কোচ খাই গ'ল।

সেয়ে সূচনা।

বিনোদৰ মুখেদি প্ৰকাশ পোৱা সেই অকণমান ক্ষোভৰ আঁৰত যে এটা আগ্নেয়গিৰিয়ে গঢ় লৈছে সেই কথাও ক্ৰমে বাণীয়ে উপলব্ধি কৰিবলৈ ধৰিলে।

সেইটো আগ্নেয়গিৰি কেঁচা হৈ থকা দীঘলীয়া পৰ্বৰ মাজতে চলমান সংসাৰ চলি আছিল। বাণীইতৰ ঘৰলৈকো বহুত পৰিৱৰ্তন আহিল।

বিনয়কো সমৰ্থ বুলি ভবা এঘৰ মানুহে যচা ছোৱালী এজনীৰ লগত বিনয়ৰ বিয়া হৈ গ'ল। বাণীৰ কোঠাটো বাদ দি ঘৰটোত এবাৰ চুণ-তেল দিয়া হ'ল। নতুন কইনাক নিয়ম বান্ধি বাণীক সেৱা কৰাবলৈ আলোচনাতে চুবলৈ ভবি নাপাই কইনাই 'খুকৈ' চাঁহি দিয়াটো বাণীয়ে শুনিলে। মুখখন ক'লা পৰি গ'ল বাণীৰ।

তাৰ বোধ কৰো দুবছৰ নৌহওঁতেই বাণীৰ মাক ঢুকাল আৰু বিনোদে এটা চাকৰি পালে।

ঘৰখনলৈ এফালৰ পৰা এটা পোহৰ অহা যেন দেখা গ'ল! তাৰে আলমত এদিন বিনোদৰো বিয়াখন পাতি দিয়া হ'ল। এইবোৰ সাল-সলনি হৈ থাকিল যদিও বাণীৰ অৱস্থাৰ কোনো পৰিৱৰ্তন নহ'ল। বাণী সেই অবাঞ্ছনীয় বোজ হৈয়ে থাকি গ'ল।

দুয়োজনী বোৱাৰী দুয়োটা ভায়েকৰ বিপৰীত স্বভাৱৰ। বিনয় বিনয়ী কিন্তু বোৱাৰী মুখৰা। বিনোদৰ খং বেছি, ছোৱালীজনী কিন্তু শান্ত। ঘৰখনৰ পৰিবেশ তেনে অৱস্থাতো সুন্দৰ হৈ থাকিব পাৰিলেহেঁতেন, একমাত্ৰ বাণীৰ বাবেহে হোৱা নাই।

"চাকোলা জেশাহু এজনী আছে অ' তোৰ, ধুওৱা-পখলাৰ পৰা ধুৱাই-বুৱাই দিয়ালৈকে সকলো দায়িত্ব তই ল'ব লাগিব।" কথাত বহুণ সানি বিয়াৰ আগতে বিনয়ৰ ঘৈণীয়েক নীৰাক সকীয়াই দিছিল কোনোবা আত্মীয় এজনে। সেইজনী চাকোলা বাণীলৈ কোনোপ্ৰকাৰে মৰম সোমাব নোৱাৰিলে নীৰাৰ মনত।

বিনোদৰ ঘৈণীয়েক অনীতাক কোনোবাই তেনেকৈ সাৱধান কৰি দিছিল নে নাই ক'ব নোৱাৰি। কিন্তু বাণীক দেখিয়েই "আহা দেহি" সূচক সহানুভূতি এটাই ঠাই পাইছিল তেওঁৰ মনত।

সেইবোৰে কিন্তু ৰাণীক পৰিয়ালৰে এটা প্ৰাণী হিচাপে ধৰি ৰাখিব পৰা নাই। ৰাণী নথকাহেঁতেন কোঠাটো আজৰি হ'লহেঁতেন, ৰাণীক আজীৱন এনেকৈ পুহি থাকিব লাগিব, ৰাণীৰ বাবে হোৱা খৰচবোৰ ৰাহি হ'লে বহুত দৰকাৰী কাম কৰিব পৰা হ'লহেঁতেন আদি কথাবোৰে বেলেগে বেলেগে দুই ভাই আৰু দুজনী বোৱাৰীৰ মনত প্ৰতিক্ৰিয়া কৰি থাকিল।

ফলস্বৰূপে বহুত দিন আৰু বেলিৰ চাহকাপ দিওঁতা নোপালে। বাহিৰত মেলি দি চাদৰখন সুমাই আনি থওঁতা নোপালে। গা-ধোৱা চাবোনকণ শেষ হ'ল, নতুন এটুকুৰা আনি দিওঁতা নোপালে। এবাৰ পেটৰ কামোৰণি এটা হওঁতে বেলেগে বেলেগে কেউটাকে কোৱা সত্ত্বেও দৰৱ এটা আনি দিওঁতা নোপালে।

আনকি অত্যন্ত হৈ এদিন 'বিহুকে অকণ আনি দিবি' বুলি কোৱাৰে কওঁতেও কোনেও বিহ অকণ আনি নিদিলে।

"পৰাহেঁতেন দিগোৱেইহেঁতেন আৰু" বুলি ভয়ে ভয়ে ভাবিছিল নাবাই। "সেই-টোৱেই বাকী আছেগৈ তোৰ" বুলি মুখৰ ভিতৰতে ক'লে বিনোদে।

তেনে এটা অৱস্থালৈ আহিল ৰাণী। মৃত্যুৰ চুলিবোৰ ডুয়োকাষে পকিবলৈ লৈছে, এছোৱা নথকা দেহাটোও অৱশ হৈ অহা যেন লাগিছে দিনে দিনে। কোঠাটোৰ বেৰ, ছাদ, দুৱাৰখিৰিকিবোৰলৈ চাই হতাশ হৈ ভাবে ৰাণীয়ে—এইটোৱেই আশ্ৰয় হ'ব পাৰেনে? বহুত সময় একেথৰে খিৰিকিৰে দেখা আকাশখনলৈ চাই থাকি ৰাণীৰ বতাহৰ মাজত হেৰাই যাবৰ মন যায়। সেইটো সম্ভাৱনা নথকা বাবে গাৰ বলেৰে চকিৰ হাতোৰা দুটাতে খামোচ মাৰি ধৰে।

এদিন সকলো সংকোচ, সকলো লাজ কাতি কৰি এটা সিদ্ধান্ত লৈ পেলালে ৰাণীয়ে: অনীতাক খুজি কেইখিলামান কাগজ আৰু পেন্সিল গোটাই লৈ এখন চিঠি লিখিবলৈ ল'লে। একেবাৰতে শেষ কৰিব নোৱাৰি, বৈ বৈ দুদিনমানত লিখিলে।

বিনোদে এবাৰ দূৰৰ পৰা দেখি অনীতাক সুধিছিল, "বাইদেৱে আত্মজীৱনী লিখিছে নেকিহে?" ঠাট্টাৰ সুৰটো বুজি পাই অনীতাই কৈছিল, "তেনেকৈনো কয় কিয়!"

আত্মজীৱনীয়েই হয়। ক্ৰমান্বয়ে বাঢ়ি অহা হতাশা, ক্ৰমান্বয়ে বাঢ়ি অহা অৱহেলা আৰু ক্ৰমান্বয়ে টুটি অহা দেহৰ শক্তিৰ এটা করুণ বৰ্ণনা দি ৰাণীয়ে অৰূপদাক জনাই দিব খুজিছে তেওঁৰ বৰ্তমান পৰিস্থিতিৰ কথা! সুধিছে, দিব পৰিবনে অৰূপদাই তাহানি দিয়াৰ দৰে নিঃসঙ্গ সময়ৰ সঙ্গ? কপালত হাত থৈ, ঘাম মচি দিওঁতে বিনিময় কৰা উত্তাপটো দি পাৰিবনে ৰাণীক সঞ্জীৱিত কৰিব? ৰাণীয়ে মৰিবৰ সময়ত

কাৰবাৰ কোমল. তপত বুকু এখনত মৰটো থ'বলৈ বৰ হেঁপাহ কৰিছে। অৰুণদাৰ বুকুখন আছেনে বাৰু এতিয়াও উকা হৈ? বাণীয়ে বহুত কথাৰ মাজত, মাজে মাজে পোৱা একোটা খবৰৰ পৰা গম পাইছে অৰুণদা কʼত আছে, কি কৰি আছে। সেইবোৰ যদি সঁচা হয় আৰু এইখন চিঠি যদি ঠিকনামতেই পায়গৈ, অৰুণদাই বাৰু বাণীক লৈ যাবহিনে তেওঁৰ ওচৰলৈ?

২

ডাক্তৰজন তেনেই লʼৰা মানুহ। মুখখন কোমল। দেখি মৰম লাগি গʼল শৰ্মাৰ। ডাক্তৰৰ ওচৰলৈ অহাৰ কাৰণটো কʼবলৈ এখন্তেক থমকি ৰʼল তেখেত। ডাক্তৰে ভাবলৈ মু কৰি কিবা এটা লিখি আছে। লিখোতে যেন কিবা আমনিহে পাইছে। কিবা অসন্তুষ্টি এটা যেন চকুৰে-মুখে ওলাই পৰিছে ডেকা মানুহজনৰ। শৰ্মাই কʼলে কথাটো।

"কিমান বয়স বুলিলে মানুহ গৰাকীৰ?"

"পঞ্চাছ পাৰ হৈ গৈছে হʼবলা!"

"আপোনাৰ কিবা হয়?"

"মোৰ ভনী বুলিয়েই ধৰক—।"

"মই পিছে নিজৰ গাড়ী লৈ যাব লগা হʼলে ইয়াতে পঞ্চাছ টকা দিব লাগিব আগতে।"

শৰ্মা তভক খাই ৰʼল অলপ পৰ। তেখেতে আনিছিলহে মুঠেই পঞ্চাছ টকা। ডাক্তৰক দিব লগাখিনি ৰোগীৰ ঘৰতে দিয়া হʼব বুলি ধৰি থৈছিল। এতিয়া অলপ ফল-মূল আৰু আন তেনে পথ্য কিবা এটা কিনি নিয়াৰ কথা। সংকোচেৰে ডাক্তৰক কʼলে কথাটো। ডাক্তৰে ত্ৰিছ টকা খুজি লৈ বাকী টকাৰে কি কিনে কিনি আনকগৈ বুলি শৰ্মাক বিদায় দিলে। কিনি সোনকালে আহকগৈ। ডাক্তৰৰ ঘৰৰ পৰাই ওলাই যাব লাগিব।

শৰ্মাই সেইমতেই বন্দোবস্ত কৰি আহি, সময়মতে ডাক্তৰৰ সৈতে গাড়ীখনত উঠি লʼলেহি।

বাট বেয়া নহয়। দুয়োকালে চাহ-বাগিচা। কেঁচা চাহৰ গোন্ধ ওলাইছে। বাগিচাত এতিয়া কলম দিয়া হৈ আছে। সেইবাবেই গোন্ধটো। শৰ্মাই বুজাই দিলে। ডাক্তৰে একেবাৰে নজনা নহয় কথাটো। তথাপি একো নকৈ গাড়ী চলাই থাকিল।

সময় প্ৰায় এঘণ্টাই লাগিল। নগৰৰ কথাই নাই। জনবসতিৰে গাঁওবোৰো এৰি পাহাৰৰ নামনি পালেহি।

"আৰু বহুত যাব লাগিবনেকি ?" ডাক্তৰে অলপ যেন বিৰক্তি পাইহে সুধিলে। আগতে জনাইছিলেন ইমানদূৰ কিজানি ডাক্তৰ নাহিলেহেঁতেন।

"নাই, ব'লক, আৰু দহ-বাৰ মিনিটমান গ'লেই পামগৈ।" শৰ্মাৰ কথাত এটা আকৃতি। ৰোগিনীৰ সঁচাকৈয়ে টান। জনা দৰব-জাতি খুৱাই, জৰা-ফুকা কৰি বা সেক-পোতক দিও একো ফল পোৱা নাই। আটাইবোৰে টাউনৰ পৰা ডাক্তৰ এজন আনি দেখুৱাবলৈ বৰকৈ ধৰিলে। শৰ্মাৰো তেনে ধৰণৰে ইচ্ছা এটা হ'ল। সেইবাবেই কাৰো কৰি, গাড়ী লৈ এইজন ডাক্তাৰকে লৈ আহিছে।

"আচলতে আমাৰ গাঁওখন নতুনকৈ পতা। গোটেইবোৰ মানুহ নতুনকৈ বহা। অলপ আত্মীয়াকৈ, দূৰত, গাঁও পতি লৈ থাকিবলৈ লৈছোঁহক।" শৰ্মাই ডাক্তৰৰ মনৰ সন্দেহ মাৰ নিয়াবলৈ ক'লে।

"আটাইবোৰ একে পৰিয়ালৰে নে ?" ডাক্তৰে সুধিলে।

"একেটা পৰিয়ালৰে নাছিলোঁহক। এতিয়া পিছে আমি গোটেইবোৰ মিলি পৰিয়াল এটাহে। ব'লক দেখিবই নহয়—।"

গাড়ী গৈ সৰু গাঁও এখনত সোমালগৈ। সেইখনেই পিছে গন্তব্য গাঁও বুলি ডাক্তৰে নাভাবিলে। দুই এক মিনিটমান সৰু সৰু জুপুৰি পাৰ হৈয়ে বাটৰ সোঁফালে এটা স্কুল ঘৰ দেখা গ'ল। ঘৰটো আৰু চোতালখন দেখি ডাক্তৰৰ বৰ ভাল লাগিল। মুখৰ পৰা ওলায়ে গ'ল, "বৰ ধুনীয়াকৈ ৰাখিছে দেই ঘৰটো। আজিকালি বাগানৰ বস্তুবোৰো বেছ চৌখীন হৈছে।"

শৰ্মাৰ মুখত হাঁহি এটা ওলাল। হাতেৰে ডাক্তৰৰ হাতখন চুই গাড়ী ৰাখিবলৈ ইঙ্গিত এটা দিলে। স্কুল ঘৰটোৰ পৰা অলপ দূৰ গৈয়ে গাড়ী ৰ'লগৈ। শৰ্মাই তেওঁৰ ফালৰ দুৱাৰখন খুলি নামিবলৈ লওঁতে ডাক্তৰে প্ৰশ্নসূচক দৃষ্টিৰে চালে এবাৰ মুখলৈ। মনে মনে ভাবিলে এইখন গাঁও এই মানুহজনৰ পৰিয়ালৰ হয় জানো ? দেখাতে বুজা যায় ঘৰবোৰ একোটা চাপৰ জুপুৰি। পিৰালিবোৰ নিকাকৈ মচা। চোতালবোৰো চিকুণাই থোৱা। বাগিচাৰ বস্তুবোৰেহে এনেকৈ ৰাখে বস্তি পাতি থকা ঘৰবোৰ।

শৰ্মাই একেটা হাঁহিকে মাৰি আছে। মাত দিলে, "আহক।"

ডাক্তৰে প্ৰায় উপায় নোপোৱাৰ দৰে দুৱাৰ খুলি নামি আহিল। হাতত বেগটো।

"এইখনেই আমাৰ গাঁও।" যেন সন্দেহ গুচাবলৈহে শৰ্মাই ক'লে। ডাক্তৰ অবাক। তথাপি নিশ্চিন্ত হ'বৰ বাবেই সুধিলে, "আপোনাৰ ঘৰ ?"

"মোৰ ঘৰটো এৰি থৈ আহিলো। সৌটো মোৰ ভনীজনীৰ ঘৰ, ব'লক।'

ভনীয়েকৰ ঘৰ বুলি যিটো ঘৰলৈ আগবঢ়াই লৈ যোৱা হ'ল সেইটোও কিন্তু একেই জুপুৰি। মনত খু-তুৰনি এটা লৈ ডাক্তৰ সোমাই গ'ল জুপুৰিটোলৈ। যি ভাবিছিল সেয়ে হয়! মানুহজনে মিছা কথা কৈ লৈ আহিলগৈ ডাক্তৰক। মানুহজনী এইজন মানুহৰ ভনীয়েক হ'বই নোৱাৰে। বস্তি পাতি থকা বাগানৰ বন্ধুৱা তিৰোতাহে!

থং কৰি উভতি যাবনেকি? শৰ্মাই যেন ডাক্তৰৰ মনৰ ভাৱটো বুজিহে পালে। লাহেকৈ ক'লে, "আপুনি অনুগ্ৰহ কৰি চিকিৎসকৰ কামটো কৰক ডাক্তৰ। নিশ্চয় মন কৰিছে ঘৰবোৰ সৰু সৰু হ'লেও কিমান পৰিচ্ছন্ন।"

কথাটো সঁচা। সচৰাচৰ এনেবোৰ ঘৰ যেনে হয়, এই ঘৰটো অকণো তেনেকুৱা নহয়। ৰোগিনী পৰি থকা বিছনাখন দেখি ডাক্তৰ আৰু বেছি আচৰিত হ'ল। সুন্দৰকৈ ধোৱা বগা বিছনা চাদৰ পৰা। শঙ্কা, অবিশ্বাস আদিবোৰ সাময়িকভাৱে আঁতৰাই থৈ ডাক্তৰে বহিৰ পৰা কিবা এটা আছেনেকি বুলি ইফালে সিফালে চালে। তেওঁলোকৰ পিছে পিছে সোমোৱা ডেকা ল'ৰা এজনে হাতত মূঢ়া এটা লৈ আহিছিল। বিছনাখনৰ ওচৰতে পাৰি দিলে।

অসুখটোনো কি ডাক্তৰে নক'লে। পিছে কিবা কিবি দৰব কিছুমানৰ নাম লিখি দিলে। খবৰ দিবলৈ যোৱা মানুহজনৰ পৰা শুনা লক্ষণৰ ভিত্তিত অনুমান কৰি দুটা নে তিনিটা দৰব লৈও আহিছিল। তাৰে এটা দিলে সেই ডেকা ল'ৰাজনৰ হাতত। ডাক্তৰে অনুমান কৰিলে ডেকা নিশ্চয় ৰোগিনীৰে ল'ৰা। তেওঁকে দিব লগা দিহাখিনি দি ডাক্তৰ উঠিল।

চোতাললৈ ওলায়ে দেখা গ'ল গোটেই গাঁওখনেই দুৱাৰমুখত গোট খাই ৰৈ আছে। ল'ৰা-ছোৱালী ডেকা-বুঢ়া সকলোৰে চকুৰে-মুখে উৎকণ্ঠাৰ চিন। কাৰো মুখত এষাৰো মাত নাই যদিও প্ৰত্যেকে চকুৰ চাৱনিৰে উদগ্ৰীৱ হৈ শৰ্মাক সুধিছে, "কেনে আছে ৰোগিনী?"

ডাক্তৰ আকৌ এবাৰ আচৰিত হ'ল। ইমান ডাঙৰ মানুহৰ জুম এটা ইমান নীৰৱ আৰু শান্ত হৈ আছে কেনেকৈ?

শৰ্মাই মানুহবোৰক হাতেৰে ইঙ্গিত দি আঁতৰি যাবলৈ কৈ ডাক্তৰক ক'লে, অকণমান সময়ৰ বাবে মোৰ ঘৰলৈ যাব লাগিব, ডাক্তৰ। বেছিদূৰ নহয়, সৌ ফুলটোৰ লগতে ঘৰ এটাত মই থাকোঁ।"

"আপুনি ··· ?" ডাক্তৰে সুধিব খোজা বহু প্ৰশ্ন থুপ খুৱাই একেটা শব্দতে থাপি সুধিলে।

"মই এই স্কুলখনৰ মাষ্টৰ। ব'লক।" এই ঘৰটোও সৰুৱেই। কিন্তু ওখ পিৰালি, চোতাল, একেদৰেই মছ', চিকুণোৱা সুন্দৰ আটোমটোকাৰি। চোতালৰ এমূৰে সৰু ফুলনি এখন। দেখিলেই ভাল লাগি যায়। স্কুলৰ গাতে লগা।

আগবাঢ়ি গৈ সেই ডেকাজনেই দুৱাৰখন খুলি দিলেগৈ। তিনিও সোমাই গ'ল। ভিতৰখনো ডাক্তৰে মন কৰিলে, বাহিৰৰ দৰেই পৰিচ্ছন্ন। বৰ বেছি চকি-মেজ বা সা-সৰঞ্জাম নাই। তেওঁ বুলি এটা নিকা পৰিবেশ সহজে চকুত পৰে।

মানুহজন আৰু তেওঁৰ পৰিয়ালৰ প্ৰতি এটা সমীহৰ ভাব সোমাল ডাক্তৰৰ মনত। কিন্তু পৰিয়ালৰ কথা ভাবোঁতেই, প্ৰায় ক'লা বৰণৰ সেই ডেকা লৰাজনে ঘৰৰ দুৱাৰ খুলি দিয়াৰ কথাও মনত পৰিল ডাক্তৰৰ। ডেকাই দেখুৱাই দিয়া চকি এখনত বহাৰ লগে লগে শৰ্মাই সুধিলে ডাক্তৰক, "বহুত দূৰ অহা হ'ল, বেয়া নাপালে যদি চাহ একাপকে··· ?"

সময়, দূৰত্ব আৰু গাড়ী চলোৱা কথাটোল ভাবি ডাক্তৰে আপত্তি নকৰি বেগটোৰ পৰা পেড্ এটা উলিয়াই ল'লে। শৰ্মাই ডেকাটোক চকুৰে ইংগিত এটা দি কাষতে বহি ল'লে।

ওকৈ নহয়। ডাক্তৰে প্ৰেচক্ৰিপছন লিখা নাই। গাঁওখনৰ নাম কি, টাউনৰ পৰা কিমান দূৰ আদি কথা কেইটামানহে শৰ্মাক সুধি টুকি ল'লে। ডাক্তৰৰ আগ্ৰহ দেখি শৰ্মা অলপ আচৰিতেই হ'ল। ইতিমধ্যে ডেকাজন আহি শৰ্মাৰ কাষ পাওঁতে জেপৰ পৰা চাবি একোছা উলিয়াই শৰ্মাই তেওঁৰ হাতত দি ক'লে, "ক'লা বাকচটোত আছে, তলফালে। কাপোৰবোৰৰ জাপ নাভাঙিবি আৰু' চাবি।"

ডাক্তৰে বোগিনী, ডেকা, শৰ্মা এই মানুহবোৰৰ সম্পৰ্ক কি ধৰিব নোৱাৰি এবাৰ সুধিয়েই পেলালে। তেওঁ বেছিকৈ আচৰিত হৈছিল, সেই লৰাজনে ভিতৰৰ পৰা হাতত কেইখনমান দহটকীয়া নোট লৈ আহি ছাবিবে সৈতে শৰ্মাৰ হাতত দিয়া দেখি। তাৰ পিছতে, হাতত এখন ট্ৰেত চাহ দুকাপ লৈ সোমাই আহিল বয়স্কা ছোৱালী এজনী।

ডাক্তৰৰ চকুৰে মুখে প্ৰকাশ পোৱা বিস্ময়লৈ চাই শৰ্মাই ক'লে, "থাওক ডাক্তৰ, চাহ একাপ! ইহঁতো মোৰ নিজৰে মানুহ।"

"আপোনাৰ পৰিয়াল?"

"ইহঁতেই মোৰ পৰিয়াল। ক'বলৈ গ'লে গোটেই গাঁওখনেই মোৰ পৰিয়াল। গোটেইবোৰে মৰম কৰি মোক ইয়াতে ৰাখিছে ।"

ডাক্তৰৰ মনত এটা সন্দেহ হ'ল! নিশ্চয় এই মানুহজনে কোনোবা বয়ুৰ তিৰোতা ৰাখিয়েই হওক বা বিয়া কৰায়েই হওক সমাজচ্যুত হৈ ইয়াতে আছেহি।

মুখ ফুটাই কথাবাৰ সুধিবলৈকো ভাল লগা নাই। যোগিনীৰ কোনোবা থাকিলে দুদিনৰ পিছত পঠিয়াই দিবলৈ কৈ এবাৰ সুধিপেলালে, "আপুনি ইয়াত কিমান দিন আছে?"

"এ, হিচাপেই কৰা নাই, ত্ৰিছ বছৰ পাৰ হৈ গ'লনেকি!"

"আপোনাৰ ল'ৰা-ছোৱালী, তিৰোতা… ?"

"আপুনি ভৰা মতে মোৰ সেইবোৰ কোনো নাই। পিছে ইহঁতে মোক সেইবোৰ কথা ভাবিবলৈ কাহানিও আজৰিকে নিদিলে।"

"আচৰিত লাগিছে, আপুনি ত্ৰিশ বছৰ এইদৰে এনেকৈ… ।"

"আছো আৰু। এই স্কুলখন পাতি তাতে ল'ৰা-ছোৱালী আৰু ডেকা-বুঢ়া সকলোকে আখৰ শিকাওঁ। এই ল'ৰাটোৱে এইবাৰ কলেজত পঢ়িবলৈ যাব। সকতে সিও ইয়াতে পঢ়িছিল। সিহঁতেই লাগি ভাগি মোক ইয়াতে থাকিবলৈ দিছে। সক গাঁও, নিচেই তাকৰ মানুহ। খেতি-খোলা কৰি খাই বৈ আছে। মোকো পাহে।"

"স্কুলখন চৰকাৰী নহয়নেকি?"

"নহয় নহয়। চৰকাৰী নহয়। আমি আটাইবোৰ একেটা পৰিয়ালৰ দৰে থাকো বাবে, আটায়ে উমৈহতীয়াকৈ দেহৰে খাটি ঘৰ-দুৱাৰ সাজি লৈছোঁ। তাকে কৰি পৰস্পৰে পৰস্পৰক সহায় কৰা ভাব এটাও আহে মনলৈ।"

"কিন্তু চলে জানো সেইদৰে?"

"আনবো কামত আহক বুলি নিজৰ শ্ৰম অকপমান দিব জানিলে চলি যায়। আমাৰ প্ৰত্যেকৰে মনত সেইদৰে শ্ৰম বিলোৱা কথাটো খেলাই আছে। কোনেও কাহানিও তেনে কথাত আপত্তি বা প্ৰশ্ন কৰা নাই। কৰিবলৈ তেনেকৈ বক্তৃতা দি কিতাপৰ কথাৰে 'মানৱ-সেৱা' বা তেনে মহত্বৰ কথা কোনেও ইয়াত ক'বলৈ অহা নাই। অ' আপোনাৰ বাকী টকাকেইটা।" বুলি শৰ্মাই ডাক্তৰলৈ টকাকেইটা দিলে।

হাত পাতি টকাকেইটা লৈ ডাক্তৰে মনে মনে মনে কিবা এটা ভাবি ক'লে' "ঠাইডোখৰ মোৰ বৰ ভাল লাগিছে। পাহাৰো বৰ বেছি দূৰ নহয়। কেতিয়াবা মন গ'লে ফুৰিবলৈ আহিব পাৰিম।"

"বৰ ভাল পাব ডাক্তৰ। অলপ দূৰতে সৰু নিজৰা এটাও আছে। মন গ'লে নিশ্চয় আহিব। আমাৰ ইহঁতৰ কোনোবা এটাক লৈ ওচৰে-পাজৰে ফুৰি যাবহি পাৰিব।"

"আজিলৈ উঠো তেন্তে মই" বুলি ডাক্তৰ থিয় হোৱাৰ লগে লগে ডেকাই ডাক্তৰৰ বেগটো তুলি ল'লে।

ৰোগিনীৰ বিষয়ে যিমান টান বুলি শংকা কৰা হৈছিল, সিমান নহয় বুলি ডাক্তৰে কৈ গ'ল।

ডাক্তৰৰ কিন্তু কৌতূহল মাৰ ন'গল। ঘৰবোৰৰ ৰেহৰূপ, শৰ্মাৰ ব্যৱহাৰ, বহুৱা-তিৰোতা এজনীক নিজৰে ভনী বুলি দিয়া পৰিচয়, বহুৱা ল'ৰা এটাক বাকচ খুলি টকা উলিয়াই আনিবলৈ দিয়া, বহুৱা গাভৰু এজনীয়ে ভিতৰ সোমাই চাহ কৰি আনি দিয়া এই গোটেইবোৰ কথাই কিবা আচহুৱা আচহুৱা যেন লাগিল। হ'লেও ৰোগিনীৰ চোতালত দেখা সামগ্ৰিক উৎকণ্ঠা, ল'ৰাৰ পৰা বুঢ়ালৈকে থকা পৰিচ্ছন্নতাৰ এটা বেলেগ আকৰ্ষণ থকা যেন লাগিল ডাক্তৰৰ। সুবিধা পালে আহিব লাগিব কেতিয়াবা .

কিন্তু সুবিধা উলিয়াব লগা হ'ল প্ৰায় একসপ্তাহৰ পিছতে। ডাক্তৰৰ পৰিবাৰৰ ঔৎসুক্য বেছি হ'ল। ডাক্তৰৰ মুখত গাঁওখনৰ ৰহস্যময় বিৱৰণ শুনি ফুৰি-মেলি চাই আহিবৰ বৰ মন গ'ল মণিকাৰ। বিয়া হোৱা সৰহদিন হোৱা নাই ডাক্তৰৰ। ল'ৰা-ছোৱালী নাই। বহুত আজৰি। দেওবাৰে পিছবেলা চেম্বাৰ নোখোলেই। এদিন ফুৰি আহিব লাগিব বুলি ভাবি, ডাক্তৰ প্ৰথমবাৰ যোৱাৰ পিছত এটা এবি আনটো দেওবাৰে দুয়ো ওলাই গ'ল।

শৰ্মা অবাক হ'ল। মণিকাৰ একেবাৰতে ভাল লাগি গ'ল। বিশেষকৈ গাঁও সোমোৱাৰ এমাইলমান আগতে, গাঁৱৰ কাষে আহি থকা ল'ৰা এটাক ডাক্তৰে গাড়ীত তুলি লৈ ইটো-সিটো সোধোতে দিয়া উত্তৰবোৰ মনত পৰা বাবে। সিহঁতৰ মানুহবোৰ এই মাষ্টৰৰ বাবেই এনেকুৱা হৈছে। সকলোৱে কাম কৰে, চাফ-চিকুণ হৈ থাকে, মদ তৈয়াৰ কৰি বেচে যদিও কোনেও নাখায়… ।

"মদ তৈয়াৰ কৰে?" মণিকাই সুধিছিল, "অথচ নাখায় কোনেও?"

"মাখী পিসিয়ে খুব ভাল হাবিয়া বানায়। চব বিক্ৰী হৈ যায়!"

"মাখী পিসি কোন?"

"সেই যে বেমাৰ হৈছে।" বুলি ল'ৰাটোৱে ডাক্তৰলৈ চাইছিল।

স্কুলৰ আগতে গাড়ীখন ৰ'ল। ৰবকৈ গাড়ী-মটৰ নাহে বাবে শব্দ শুনিয়েই শৰ্মা ওলাই আহিছিল। ডাক্তৰক দেখি অবাক হৈ গ'ল। সঁচাকৈয়ে ডাক্তৰ আহিল দেখোন।

"কেনে আছে আপোনাৰ ভনীয়েক?" ডাক্তৰে সুধিলে।

"উঠি বহিছে, ডাক্তৰ। আপুনি নহাহেঁতেন হয়তো এটা ডাঙৰ চিকিৎসা-বিভ্ৰাটেই হ'লহেঁতেন।"

মণিকাক নমস্কাৰ এটা জনাই "আহক" বুলি মাত লগালে।

"আমি কিন্তু বহিবলৈ অহা নাইঁদেই কুবিমহে।" বুলি কৈ ডাক্তৰে নিজে আগতে চকি এখনত বহি ল'লে। মণিকাই উচপিচ কৰি ইকালে সিফালে চাই এবাৰ সুধি পেলালে, "ঘৰত আৰু কোনো নাইনেকি ?"

"ঘৰত আৰু কোনো নাই। মই অকলেই থাকোঁ।"

"তেনেহ'লে এইবোৰ কোনে কৰে ?" বুলি মণিকাই ধুনীয়াকৈ লিপা-মচা বেৰ, পৰ্দা, মেজৰ কাপোৰবোৰলৈ আঙুলিয়াই সুধিলে।

"এ নকৰ আৰু। সেইবোৰ কৰা মানুহ আমাৰ বহুত। নিগাজীকৈ কোনো নাই। যাৰে আজৰি ওলায়, এখন সিখনকৈ বন কৰি দি থৈ যায়হি।"

কথাষাৰ শুনি মণিকাই এবাৰ ডাক্তৰৰ মুখলৈ চালে। ইতিমধ্যে শৰ্মাৰ ঘৰলৈ আগহী অহা যেন গম পাই কেইবাটাও লʼৰা-ছোৱালী সেইখিনি পালেহি। কাৰো মুখত কথা নাই যদিও ডাক্তৰক দেখি আটায়ে চিনি পালে। এটালৈ চাই ডাক্তৰে সুধিলে, "মাঘী পিসি কেনে আছে ?"

"নামটো কোনে ক'লে আপোনাক ? অ' সি বাজুৱে নিশ্চয়।"

"নামটোতকৈ আন এটা কথাতহে মোৰ আগ্ৰহ বেছি।" ডাক্তৰে ক'লে। "সেই মানুহজনীয়ে বোলে বৰ ভাল হাঁৰিয়া বনায় ?"

"সেইটো খবৰো পালে আপুনি ! এৰা বুইছেনে, মানুহজনী পৰি থাকিলে বৰ ডাঙৰ কথা হ'ব। সেই ব্যৱসায়ে আমাক যথেষ্ট পুঁজি দিয়ে।"

"মানে ?"

"আমাৰ ইয়াত যোৱা প্ৰায় কুৰি বছৰে কোনেও মদ খোৱা নাই। কিন্তু মদ ওচৰ-পাজৰৰ বাগানবোৰত ভালকৈয়ে চলে। আগেয়ে মালিকে যোগান ধৰিছিল বহুৰা-বোৰে ভাগৰ পাহৰি থাকক বুলি আৰু সিহঁতক দিয়া মজুৰিৰ এটা বৃহৎ অংশ লাভ হিচাপে ঘুৰি আহক বুলি। এতিয়া খুচুৰা ব্যৱসায়ী বা মহলদাৰবোৰে নিজাকৈ ব্যৱসায় কৰে। সিহঁতৰে দুটানে তিনিটাই আমাৰ ইয়াৰ পৰা হাঁৰিয়া লৈ যায়হি।"

"আপোনালোকৰ লাভ ?"

"আমাৰ মানে গোটেই গাঁওখনৰেই লাভ। হিচাপ সিহঁতেই ৰাখে, সিহঁতেই মা-মহলদাৰবোৰ আনে আৰু বাহি ধনো সিহঁতেই খৰচ কৰে।"

"কোনেও আপত্তি কৰা নাইনে ?"

"তেনে পৰিস্থিতি এটা হোৱা নাই এতিয়ালৈকে।"

"কিন্তু, প্ৰাক্তন হ'লেও, বাগানৰ বুঢ়াই মদ নাখায়, কথাটো ভাবিবলৈকে টান লাগে কেনেকৈ।"

"বয়স্যা হ'লেও সিইতৰ মনবোৰ এক, মানুহৰ মন। অলপ টানকৈ বান্ধি ল'ব পাৰিছে বাবেই সেইটোও কৰিব পৰিছে।"

"আচৰিত। ব'ক ব'লক এবাৰ আমাৰ মাঘী পিসিক চাই আহোঁগৈ।"

শৰ্মাই বৰ ভাল পালে। ডাক্তৰ গাড়ীৰ ওচৰলৈ বেগটো আনিবলৈ যাওঁতে মণিকালৈ চাই ক'লে. "আপুনি এখন্তেক বহক নহ'লে। মই ছোৱালী এজনী পঠাই দিম। তায়ে চাহ-টাহ এটোপা ··।"

"নাই নাই মই চাহ নাখাওঁ, বলক ময়ো যাওঁ।" বুলি কৈয়েই মণিকাই ওঠাটো কামুৰি ধৰিলে। কিবা ঘিণ কৰা বুলি ভাবেনেকি মানুহজনে! আকৌ ক'লে. "মানে চাহ-টাহ পিছতো খামচোন. আগতে আপনালোকৰ ঠাইকণকে চাই লওঁ।"

শৰ্মাই আপত্তি নকৰিলে। ডাক্তৰক দেখি মাঘী পিসি অবাক হৈ গ'ল। টাউনৰ ডাক্তৰে দুৱাৰকৈ বেমাৰী চাবলৈ অহাটো অবাক হোৱাৰে কথা। লগত মণিকাক দেখি বুঢ়ীৰ বিস্ময় আৰু অলপ বাঢ়িল।

ডাক্তৰে পৰীক্ষা কৰি সুধিলে. "তোমাৰ ল'ৰাটো কেনি গ'ল পিসি?"

বুঢ়ীয়ে হাঁহি দিলে। দুটা কথাত। 'তোমাৰ ল'ৰা' বোলোতে আৰু 'পিসি' সম্বোধনত।

শৰ্মাই সুধিলে. "পিসিৰ ল'ৰাটো ক'ত পালে আপুনি?"

"কেলেই সেইদিনা যে··· ।"

"অ' দীনা, সি বুঢ়ীৰ ল'ৰা নহয়। বুঢ়ীৰো ল'ৰা-ছোৱালী নাই, দীনাৰো মাক-বাপেক কোনো নাই।"

"য়ে'। মই আৰু' অলপ দিহা দিয়াৰ কথা ভাবিছিলোঁ।"

"হ'ব ৰ'ব।" বুলি শৰ্মাই বুজিক মতাই আনিলে।

মণিকাই একাষে থিয় হৈ থাকি মনে মনে চাই থাকিল।

ঘুলৈ ঘুৰি আহোঁতে কিন্তু মণিকাৰ কথাহে সৰহ হ'ল। তেওঁৰ মনৰ কৌতূহল ডাক্তৰে বঢ়াই থোৱাই আছে। সেইবোৰ মাৰ নিয়াৰ লাগিব এতিয়া। সুধি গ'ল।

"আপোনাৰ আচল ঘৰটো ক'ত?"

"আচল ঘৰ? কেলেই এইটোৱেই!" হাঁহি মাৰি শৰ্মাই ক'লে।

"নহয়, মানে ইয়ালৈ অহাৰ আগতে ..?"

"বিশ্বাস কৰক, ঠিকানাটো মই পাহৰি গ'লো।"

ডাক্তৰ, মণিকা দুয়ো বুজিলে শৰ্মাই সেইটো ভেদ ভাঙিব খোজা নাই।

"আপুনি ইয়াত কৰিবলৈ চাকৰিটো পালে কেনেকৈ?"

"চাকৰি মানে, মইতো সচৰাচৰ বুজা অৰ্থত চাকৰি নকৰোঁ। মোক কোনেও দৰমহা নিদিয়ে।"

"তেনেহ'লে আপোনাৰ চলে কেনেকৈ ?"

"মোৰনো চলিবলৈ আছে কিটো ? এটা মানুহ, গাওঁখনেই খুৱাই বুৱাই ৰাখিছে আৰু।"

"সেইবুলি, আপোনাৰ কাপোৰ-কানি, ইটো সিটো খৰচ ?"

"-সেইবোৰ সিহঁতেই কৰে। কেতিয়াবা মোৰ নতুন কামিজ এটাৰ দৰকাৰ হয়, ধুতি এখন লগা হয় মই নিজেই ক'ব নোৱাৰোঁ।"

"এস, ৰ'ব", ডাক্তৰে বাধা দিলে এইবাৰ, "সিদিনা দেখোন আপুনি সেই ল'ৰা-জনক বাকচ খুলি পইচা উলিয়াই আনিবলৈ দিছিল।"

"হয়, মোৰ বাকচত থকা বা খৰচ হোৱা পইচাবো হিচাপ সিহঁতেই ৰাখে। মদ বেচা, মুৰ্গী বেচা, গাহৰি বেচা, কণী বেচা গোটেইবোৰ পইচা মোৰ বাকচতে থাকে। থয়হি, উলিয়ায় সিহঁতেই। চাবিকোছাহে মোৰ জেপত থাকে।"

"জানো, কথাবোৰ কিবা সাধু সাধু যেনহে লাগিছে!" মাত দিলে মণিকাই।

"সেইটোৱেই আধুনিক সভ্যতাৰ আটাইতকৈ ডাঙৰ অভিশাপ, বুজিছে মিচেছ..."

"মোক মণিকা বুলি মাতিলেই হ'ব। আৰু মোক আপুনি, আপুনি বুলিব নালাগে"

"বৰ ভাল পালোঁ। অ', বুজিছে মণিকা দেৱী, অস্—বুজিছা মণিকা, আমি দিনে দিনে যিমান সভ্য হৈ আহিছো বুলি ভাবিবলৈ লৈছোঁহঁক সিমানে সেইবোৰ সাধু যেন লগা সৰলতাৰ পৰা আঁতৰি গৈছোঁহক। বাৰু ৰ'বা, আগতে তোমালোকৰ বাবে একাপ চাহৰ ব্যৱস্থা কৰোহঁক।" বুলি বাহিৰলৈ চাই ল'ৰা এটাক ক'লে কি পাৰে কৰিবলৈ।

ডাক্তৰে আগৰ দিনাৰ দৰেই, কথাটো বেয়া নাপালে।

তিনিও শৰ্মাৰ কোঠাত বহিল। তেনেতে মাঘী পিসিৰ ল'ৰা বুলি ভৰা দীনা সোমাই আহিল। তেওঁৰ পিছে পিছে আৰু এটা প্ৰায় একে বয়সৰে ল'ৰা সোমাই আহিছিল। আলহী দুগৰাকীলৈ চাই ভিতৰলৈ সোমাই যাব খুজিছিল। শৰ্মাই বাধা দি মাতি আনি জেপৰ পৰা চাবিকোছা উলিয়াই দিলে। ডাক্তৰে মণিকাৰ মুখলৈ চালে এবাৰ। শৰ্মাই বোধ কৰোঁ মন কৰিলে। "সেইটো বাংকা, সিহে মোৰ ঘৰৰ

ভিতৰখন ভালকৈ জানে। ময়ো, বয়স বাঢ়ি আহিছে মানে তাৰ ওপৰতে বেছি নিৰ্ভৰশীল হৈ আহিছো।"

"বাংকা! নামটোও ভাল।" মণিকাই মন্তব্য দিলে। "তেওঁ হবলা আপোনাৰ লগতে থাকে?"

"মোৰ লগত কোনো নাথাকে। পুৰাই যাৰ য'ত কাম আছে বুলি ভাবে, দিহাদিহি আহি কৰেহি। দীনাৰ বায়েকে প্ৰায় ভাতকেইটা ৰান্ধি দিয়েহি; কেতিয়াবা সেইদিনা চাহ কৰা ছোৱালীজনীয়ে।"

"পাৰেনে তেওঁলোকে বন্ধা-বঢ়া কৰিব?" মনিকাই সুধিলে

"চাবানেকি এদিন জুতিটো?" শৰ্মাই খুৰাই সুধিলে

"চাব লাগিব আপুনি সুবিধা দিলে।"

ঠিক সেই সময়তে বাংকা সোমাই আহিল হাতত অলপ টকা আৰু চাবিকোছ লৈ। হাতত লৈ তাৰে টকা দুবিটা ডাক্তৰলৈ যাচি ক'লে "আপোনাকনো কি দিব লগে আজি···?"

"মই আজি ফুৰিবলৈহে আহিছিলোঁ। এওঁকো নতুন ঠাই এখন দেখুৱাবলৈ। আজি মোক ফিজ দিব নালাগে।" ডাক্তৰে ক'লে।

"তথাপি ইমানখন বাট আহিছে পেট্ৰল পুৰি।"

"সেইটো আমাৰে আনন্দ বুলি ধৰকছোন।"

একো নামাতি টকাকেইটা জেপত সুমাই থ'লে শৰ্মাই। তাৰ পিছত ক'লে, "আনন্দ পোৱাটো সঁচাকৈয়ে ডাঙৰ কথা, ডাক্তৰ! আনন্দ দিয়াটো সহজ। কিন্তু প্ৰকৃত অৰ্থত আজিকালি আনন্দ পোৱাটো বৰ টান কাম।"

"আপুনি বাৰু আপোনাৰ এই আচৰিত পৰিয়ালটোৰ লগত থাকি আপুনি কোনো আনন্দ পাইছেনে?"

"বৰ ডাঙৰ প্ৰশ্ন এটা কৰিলে আপুনি, ডাক্তৰ। এইখন পৃথিৱীত আজি কোনোৱাই কিবা এটা মন ভৰাই পাইছো বুলি ক'ব পাৰে জানো? তথাপি সুধিছে যেতিয়া কওঁ—মই নিজকে এই এমুঠি মানুহৰ মাজত বিলাই দিছো। তাকে কৰোঁতে যেতিয়া উপলব্ধি কৰোঁ যে সিহঁতেও সেই সৰল আৰু মুকলি মনেৰে মোক গ্ৰহণ কৰিছে তেতিয়া সংকোচৰ কোনো ঠাই নাথাকে।"

"কিন্তু এইদৰে ইমান ডাঙৰ ত্যাগ এটা কৰিবলৈ আপুনি প্ৰেৰণা পালে ক'ৰ পৰা বা কাৰ পৰা?" সুধিলে মণিকাই।

"ত্যাগ? ত্যাগটো ক'ত ওলাল আৰু ইয়াত?"

"এই ধৰকচোন আপুনি ঘৰ এখন নাপাতি— ।"

"ঘৰ এখন মোৰ দেখোন এইখনেই। ইয়াতকৈ আৰু মোক বেলেগ ঘৰ এখন কিয় লাগে?" হাঁহি মাৰি শৰ্মাই ক'লে।

তেনেতে চাহ আৰু বেলেগ থাল এখনত অলপ ভজা চিৰা আৰু পিজোৱা কণী কেইটামান লৈ মানুহ এজনী সোমাই আহিল। মানুহজনীৰ বয়স অনুমান কৰিবলৈ টান। একেবাৰে গাভৰুও হৈ থকা নাই, তেনেকৈ বুঢ়ীও হোৱা নাই। "ইনাৰ বায়েক এইজনী। তাইৰ হাতেৰন্ধা পাৰৰ মাংসহে অলপ খাই চাব লাগিছিল আপোনালোকে।" বুলি শৰ্মাই চিনাকি কৰি দিলে। মানুহজনীয়ে লাজ লাজকৈ হাঁহি এটা মাৰি চাহৰ ট্ৰেখন সৰু মেজখনৰ ওপৰত থ'লে।

সাধাৰণ জলপান। কিন্তু সজাই দিয়াত ৰুচি প্ৰকাশ পাইছে। মণিকা আচৰিত হ'ল। এইবোৰ মানুহেও ইমান পৰিপাটীকৈ কাম কৰিব পাৰেনে? আৰু, ইহঁতৰ হাতে বন্ধা-বঢ়া কৰাওঁতে শৰ্মা নামৰ এই আদহীয়া মানুহজনে অকণো ঘিণ কৰা নাছিলনে প্ৰথমতে!

"কৰি কৰি শিকি পেলালে আৰু বুইছা মণিকা।" শৰ্মাই যেন মণিকাৰ মনৰ ভাৱটোহে বুজি পাইছিল। "বহুত সময়ত সামাজিক পৰিবেশৰ বাবেও মানুহবোৰ লেতেৰা হৈ থাকে। প্ৰবৃত্তি হৈ পৰে। তাকে অলপ হাত লগাব পাৰিলে ।" শৰ্মাই শেষ নকৰিলে কথাষাৰ। চাহত শোহা এটা মাৰি ক'লে, "আমি য়ুৰোপ, আমেৰিকা আদি দেশৰ সমাজ-ব্যৱস্থাৰ কথা বৰকৈ আলোচনা কৰোঁহক। আমাৰ মানুহ সেইবোৰ ঠাইলৈ গ'লে ঘৰত বন কৰা মানুহ নেদেখেই। পুৱা-গধূলি বাটত আৰু মৰা মানুহৰ লগতে সমানে ফুৰে। অথচ নিজৰ দেশত আমি যে কিমানবোৰ স্তৰত ভাগ হৈ থাকোঁহক!"

"কিন্তু আপুনি অকলে ইমান ভাঙৰ চেষ্টা এটা আনিব পাৰিব জানো?" মণিকায়ে সুধিলে আকৌ।

"মইতো কিবা চেষ্টা এটা আনিম বা আনিবলৈ চেষ্টা কৰিম বুলি কোৱা নাই। মই ভৰা মতে এটা চিন্তাৰ অনুশীলন কৰিছোঁ মাথোঁ। এটা ধাৰণাৰ কাৰ্যকৰণ।"

"ফলাফলে আপোনাক সুখী কৰিছেনে?" প্ৰশ্নটো ডাক্তৰৰ।

"দুটাৰ এটাও মোৰ সচেতন মনে বিচাৰ কৰা নাই। ফলাফল মই বিচৰা নাই, সুখী হৈছোনে নাই সেইটোও কাহানিও বিচাৰ কৰি চোৱা নাই।"

"সেইবুলি আপুনি কৰা কামবোৰৰ পৰিণতিৰ কথা?" মণিকাই কেনেকৈ সুধিব ধৰিব নোৱাৰি বৈ গ'ল।

"আমাৰ বহুত আঁচনি সেই বাবেই বিফল হয়। মোক কোনেও কোনো দায়িত্ব দিয়া নাছিল। এই মানুহখিনিৰ মাজলৈ আহোঁতেও সিঁহতেও এদিন মোৰ চাল-চলন দেখি সন্দেহ কৰিছিল। পিছে, পিছলৈ মোৰ ওপৰত বিশ্বাস জন্মিল। কিন্তু এটা কথা ডাক্তৰ, এনেকৈ কথা পাতি থাকিলে আপোনাৰ আৰু ফুৰাই নহ'ব। যাওক আমাৰ গাঁওখনত পাক এটা মাৰি আহকগৈ। নে, ময়ো লগত যাব লাগিব ?"

"নাই, নাই আপুনি নগ'লেও হ'ব। ল'ৰা এটাকে লগত দিয়ে যদি··· !"

শৰ্মাই পদূলিমুখতে থকা বাজু নামৰ ল'ৰাটো মাতি আনি ডাক্তৰৰ লগ লগাই দিলে। "তুই কিন্তু বেছিকৈ কথা পাত অ' বাজু।" বুলি তাক সতৰ্ক কৰিও দিলে।

ডাক্তৰে বাজুক লগত পাই ভাবিছে পালে, শৰ্মাই কথাবোৰ খুলি ক'ব নোখোজে।

এঘণ্টামানৰ পিছত ঘূৰি আহিল। পাহাৰৰ নামনিত ধুনীয়াকৈ পিকনিক খাব পৰা ঠাইকণ দেখি মণিকাৰ ভাল লাগিল। ডাক্তৰৰ মনত কিন্তু অন্য কথাইহে ঠাই পাইছে। বাজু ল'ৰাটো বুধিয়ক। বহুত কথা ক'লে সি গাঁওখন, মানুহবোৰ আৰু 'বাবু'ৰ বিষয়ে। শৰ্মা সকলোৰে 'বাবু'।

বাবু বৈ আছে। ওচৰতে থিয় হৈ সেই চাহ কৰা মানুহজনী। আৰু দুটামান ল'ৰা-ছোৱালী। দীনাও আছে।

"আপুনিতো আমাক আপোনাৰ সাম্ৰাজ্যৰ কথা একো কোৱা নাছিল।" ডাক্তৰে অভিযোগ কৰিলে।

"সাম্ৰাজ্য ?"

"কেলেই কুকুৰাৰ পাম, গাহৰিৰ পাম, খেতি—এইবোৰ ? ইমান ডাঙৰ কাৰবাৰ কৰি আছে আপুনি— ?"

"অ' বাজুৱে সেইবোৰো দেখুৱালে আপোনাক ? ডাঙৰনো কি বুলিছে। গোটেইবোৰ আমাৰ সামূহিক বস্তু।"

"হ'লেও ইমান সুন্দৰ ব্যৱস্থা কৰি ৰাখিছে। মূলধন যোগাৰ কৰা কম কথা নহয়।"

"এইখিনি যোৱা দুবি বছৰৰ কাম। আৰু মূলধন, আপুনি বিশ্বাস কৰেনে নকৰে এতিয়া, আমাৰ একমাত্ৰ মূলধন আছিল উদ্যম। আৰু নিস্বাৰ্থ হ'ব পৰিলে উদ্যম সোঁচৰা ব্যাধিৰ দৰে বিয়পাব পাৰি।"

ডাক্তৰৰ মাত হৰিল। তেওঁ বিশ্বাস কৰিবলৈকে টান পালে যে নগৰৰ পৰা ইমান

আন্তৰত কোনো ধৰণৰ কোলাহল নকৰাকৈ এনেকৈ এখন সমাজ গঢ়াত এজন মানুহৰ অৰিহণাই যথেষ্ট। তেওঁলোক যাবলৈ ওলাল। শৰ্মাই দীনাইতৰ ফালে চালে এবাৰ।

ডাক্তৰহঁতে গাড়ীৰ ওচৰ পালত দীনাই কুকুৰা দুটা আৰু কণীৰ টোপোলা এটা গাড়ীত তুলি দিবলৈ গ'ল। শৰ্মাই মাত দিলে, "আপোনালোকক এৰ ভাল পাইছে ইহঁতে। মৰমৰ চিন বুলি—তাকে লৈ যাওক।"

ডাক্তৰে জেপলৈ হাতখন নিছিল। কিবা এটা ভাবি হাতখনি আনিলে। মুখেৰে ক'লে, "এনেকৈ হ'লে কিন্তু আমি সদায় আহি থাকিম!"

"বৰ ভাল পাম্ৰক আনি সকলোৱে।"

"আহিব বাবু, সদায় আহিব" বুলি এইবাৰ প্ৰথম মাত দিলে দীনাই।

"আমিও আহিব পৰিলে ভাল পাম। আহিমনেই কেতিয়াবা।" মণিকাই ক'লে।

"এদিন সুবিধা বুজি পুৰাই আহিব দুয়ো। আমি গোটেইবোৰে মিলি এসাজ খাওঁকে খামহঁক।" শৰ্মাই অনুৰোধ কৰিলে।

"আহিম বাৰু সেইদৰেই!" বুলি কৈ ডাক্তৰে গাড়ী এৰি দিলে।

অৰবিন্দ শৰ্মা মানুহজনৰ নাম। বয়স যাঠিৰ ওচৰে-পাজৰে হ'ব। ঘৰ ক'ত বাজুহঁতে কোনেও নাজানে। জানিবৰ প্ৰয়োজনো হোৱা নাই। সিহঁতৰ 'বাবু'ৰ যে কোনোগে ঘৰ এখন অন্য ক'ৰবাত থাকিব পাৰে সেইটো সিহঁতৰ ধাৰণাৰ বাহিৰত। বাবুৰ বাবেই সিহঁতৰ পঢ়া-শুনা হৈছে। পামত কৰিব লগা কামবোৰ তিনি-চাৰিটা ল'ৰাক শিকাই অনাইছে। এইবাৰ দীনাক কলেজত পঢ়িবলৈ পঠাব। সিহঁত গোটেই গাঁৱৰ মানুহবোৰৰ থকা-মেলাৰ ধৰণটোৱেই বাবুৰ বাবেহে এনেকুৱা হৈছে।

কেইবাটাও ল'ৰাই মেট্ৰিক পাছ কৰিছে প্ৰাইভেট পৰীক্ষাৰ্থী হিচাপে। বাবুৱেই পঢ়াইছে চবকে। যোৰহাটৰ কোনোবা কলেজত সুকুৰাৰ কথাও পড়ি আহিছে আৰু গাহৰিৰ কথাও। দৰৱ দিব জানে সিহঁতে কুকুৰাক। খোৱা বস্তুও। কণী বিক্ৰী হয়। মুৰ্গী বিক্ৰী হয়। চব টকা বেংকত আছে। বাংকো নহ'লে বিত্তি দিদিয়ে টকা-পইচাৰ হিচাপ ৰাখে। আৰু বাবুৱে? বাবুৱে খালি নজৰ ৰাখে। আৰু "আমি চবে 'বাবু'ৰ ওপৰত নজৰ ৰাখো।"

"নজৰ ৰাখা, মানে? বাবু ভাগি যাব নেকি?" মণিকাই সুধিছিল বাজুক।

"নাই, নাই বাবুটোৱে নিজৰ কথা একো নাভাবে। চাহ-ভাত খায় কি নাখায় হিচাপেই নাথাকে। কাপোৰ-কানি নিজে একদম নিকিনে।" ডাক্তৰ মণিকা দুয়ো আচৰিত হৈছিল। আচৰিত হৈছিল এই ভাবি যে ইমান নীৰৱে, ইমান গোপনে এনে কাম এটা সমাধা হৈছে কেনেকৈ? গোটেই গাঁওখনেই মনোৰম হৈ পৰিছে। ডাক্তৰৰ

মনত বৰ দকৈ কথা এটাৰ সাঁচ বহিল। সঁচাকৈয়ে আনন্দ পোৱাটো, বিমল আনন্দ পোৱাটো বৰ সহজ কাম নহয়।

বহু সময় মনে মনে গাড়ী চলাই যোৱা দেখি মণিকাই এবাৰ সুধিলে "কি ভাবিছানো ইমানকৈ?"

"এই মানুহজনৰ ওচৰলৈ আহিবানে মাজে মাজে?" ঘূৰাই সুধিলে ডাক্তৰে।

"মোৰনো কি। তুমি গাড়ী চলাবা, মই উঠি আহিম। ভালহে পাম।" মণিকাই উত্তৰ দিলে।

তাৰ প্ৰায় এমাহমানৰ পিছত এদিন পুৱাই সঁচাকৈয়ে ডাক্তৰ আৰু মণিকা শৰ্মাৰ ঘৰ ওলালগৈ। লৰা-ছোৱালী কেইটামানক কিবা এটা বুজাই আছিল শৰ্মাই। হাতত এখন কিতাপ। গাড়ীখন দেখি কিতাপখন সামৰি থৈ আগবাঢ়ি আহিল। চকুৰে এটা মাৰি মাত লগালে, "আহক, আহক। কিনো ভাগ্য আজি আমাৰ।"

"আপোনাৰ কামত বাধাহে দিলোনেকি!" ডাক্তৰে ক'লে।

"এনেকৈ বাধা পালে আমি বৰ উপকৃত হওঁক। আহক।"

"আপোনাক কথাৰে ক'বই নোৱাৰি।" বুলি কৈ ডাক্তৰে ডাঙৰ লৰা এটাক মাতি গাড়ীৰ পৰা বাস্কেট এটা নমাই আনিবলৈ দিলে। তাৰ পিছত শৰ্মাক ক'লে, "আমাক কিন্তু আজি ভাত খুৱাব লাগিব।"

শৰ্মাৰ আৰু লগতে থিয় হৈ থকা লৰা-ছোৱালীবোৰৰো মুখবোৰ উজ্জ্বল হৈ উঠিল। শৰ্মাক তেনেকৈ লোৱা মানে গাঁওখনকে আপোন বুলি লোৱা হয়।

বাস্কেটটো শৰ্মাৰ ঘৰলৈকে নিবলৈ কোৱা হ'ল। মাছ আনিছে বোলে ডাক্তৰে অলপ, আৰু কিবাকিবি সহজে নোপোৱা পাছলি। লগতে এটা গাখীৰৰ টিন আৰু বিস্কুট এপেকেট। শেষৰ দুয়োটা বস্তু 'মাখী পিসি'ৰ বাবে হেনো।

শৰ্মাই হাঁহিচাই উঠিল, "আপুনি আৰু সেইবোৰ লৈ আহিল কিয়? আমি কৰিলোহেঁতেন নহয় যেনেকৈ পাৰো যোগাৰ এটা!"

"নহয় নহয়, আমি আপোনালোকৰ লগ হৈ এসাজ খাব খুজিছো, অৱশ্যে বেয়া নাপায় যদি।"

"ছিঃ ছিঃ, বেয়া পোৱাৰ কথা কয় কিয়?"

শৰ্মাই খপজপ লগাই দিলে। বাংকা, দীনা, বিস্তিক বিচাৰি পঠালে। ভিতৰলৈ গৈ ডিছা দি মেলি ওলাই আহিল। ডাক্তৰক সুধিলে মাখী বুঢ়ীক মতায়ে পঠাবনেকি? বুঢ়ী উঠি মেলি ফুৰিছে এতিয়া। শৰ্মা আৰু ডাক্তৰ দুয়োকে যমৰ শত্ৰু বুলি কয়। নহ'লে ভাইক বোলে নিছিলেই টানি।

ডাক্তৰ নিজেই ওলাল যাবলৈ। মণিকাক বস্তু জুটা হাতত ল'বলৈ ক'লে। বাটত কওঁনকওঁকৈ ডাক্তৰে এবাৰ ক'লে, "মোৰ ফালৰ পৰা ক'বলৈ অলপ বেয়াই পাইছোঁ। আপোনালোকৰ ইয়াত বাক কাৰোবাৰ কিবা অসুখ-বিসুখ থাকিলে মই চাই দিওঁনে?"

শৰ্মাই কথাটো বুজিব নোৱাৰিলে। "মানে?" সুধিলে।

"মানে একো নাই। এই ধৰক সাধাৰণ স্বাস্থ্য-পৰীক্ষা এটা। ধৰক আপোনৰ স্কুলৰ ল'ৰা-ছোৱালীবোৰক মই যদি মাহেকে-পষেকে আহি চাই যাওঁহি।"

এইবাৰ শৰ্মা বৈ গ'ল। ডাক্তৰৰ সহযোগিতা কৰাৰ মনোভাবটো স্পষ্ট হৈ গ'ল। শৰ্মা অভিভূত হৈ পৰিল। একো নকৈ মাত্ৰ মাত লগালে, "ডাক্তৰ!"

"আমি দিওঁ বুলি আনক একো দিব নোৱাৰো। বিদ্যা যি একণ হৈছে তাকে যদি কামত লগাওঁ…।"

"আমি সকলোবোৰ একান্তভাৱে কৃতজ্ঞ থাকিম ডাক্তৰ, আপোনাৰ ওচৰত। কি বুলি যে ক'ম আপোনাক…।"

"মোক একো ক'ব নালাগে। আপুনি মোক সিদিনাই আজীৱন ঋণী কৰি থ'লে।"

"মই! কি কৰিলোঁ মই?"

"সেইদিনা টাউনলৈ আগতীয়াকৈ আপোনাৰ পৰা গাড়ীৰ খৰচটো লৈ মই নিজৰ ওচৰতে বৰ অপৰাধী যেন হৈ আছোঁ।"

"কিন্তু খৰচটো নল'লে আপোনাৰ চলিব কেনেকৈ? সেইদৰে সেইটো খৰচ আপুনি ল'বই লাগিব। অৱশ্যে কথাটো ময়ো আগতে ভাবিব পৰাহেঁতেন অলপ সৰহকৈ পইচ লগত নিব পাৰিলোহেঁতেন। সেইটোনো ইমান ডাঙৰ কথা হ'লনে!" শৰ্মাই আক্ষেপ কৰিলে।

"হ'লেও, ইয়ালৈ অহাৰ পিছত, ইয়াৰ পৰিবেশটো দেখাৰ পিছত মই বৰ লাজ পালোঁ।"

"সেইদৰে নল'ব ডাক্তৰ কথাবোৰ! আৰু এটা কথা সকু ঘটনাটোৰেই যদি আপোনাকে আমাৰ ওচৰ চপাই দিলে তাকে লৈ মই এটা উছৱেই কৰিব পাৰোঁ।"

মণিকাই হাঁহি দিলে। ডাক্তৰেও।

বিস্মিৰ বস্তা-বটা মণিকাই চাই আছিল। মাজে মাজে সুধিছিল ক'ত শিকিলে বুলি। কৰি কৰিয়ে যে শিকিছে বিস্মিয়ে ক'লে। পিছে খোৱাপখলা আৰু শিয়াৰিকৈ কৰা কথাটোত যে বাবুৰ বৰ কড়া নজৰ সেইটো অলপ জোৰ দি ক'লে।

সেইটো কথাত বাবুৰ নজৰে গাঁওখনৰ ৰূপেই সলাই দিলে, সেই বিষয়ত গাঁওবাসীৰ লগতে ডাক্তৰ, মণিকাৰ মনতো কোনো সন্দেহ নাই। শৰ্মাই এবাৰ কৈছিল পৰিচ্ছন্নতা আমাৰ জীৱনৰ মৌলিক শিক্ষাৰ এটা অংশ হোৱা উচিত।

খোৱা-বোৱাত কোনো আড়ম্বৰ নহ'ল। মণিকা ভিতৰ সোমোৱা বাবে আটায় বৰ ভাল পালে। আৰু সেইদিনা সেইদৰে এসাজ খোৱাৰ পৰাই, শৰ্মাই কোৱা মতে ডাক্তৰো মণিকাৰে সৈতে শৰ্মাইতৰ পৰিয়ালত সোমাই পৰিল। থাই থাকোঁতে ডাক্তৰে এসময়ত কৈছিল শৰ্মাই যেন তেওঁকো তুমি বুলিয়ে মাতে।

বন্দবস্ত হ'ল ডাক্তৰে পাৰিলে মাহেকত দুটা দেওবাৰে তাতে গৈ ল'ৰা-ছোৱালীবোৰৰ স্বাস্থ্য পৰীক্ষা কৰিব। আন কাৰবাকো প্ৰয়োজন হ'লে চাব, ইয়াতে বৰ্ধা-বঢ়া কৰি দুপৰীয়াৰ সাজ খাব আৰু পামৰ পৰা এসপ্তাহ দহদিনৰ কণী বা কুকুৰা কিনি লৈ যাব। কিনি নিব, কথাটো যেন কোনেও নাপাহৰে।

ডাক্তৰৰ মনত থাকি গ'ল শৰ্মাৰ এষাৰ কথা—আনৰ কামত অহাকৈ কিবা এটা কৰি দিব পৰাটোও এটা আনন্দ। ধুৰাই কিবা এটা পোৱাৰ আশা নকৰাকৈ কাৰবাক কিবা এটা দিব পৰাটো বৰ ডাঙৰ কথা।

শৰ্মাই, ডাক্তৰ আৰু মণিকা দুয়ো মন কৰিলে, নিজৰ বাবে একো নিবিচৰাকৈয়ে এই গাঁওখনক বহুত কিবাকিবি দিছে! কেৱাধাৰো আহি দীনা, বাংকা বাজুইতৰ লগত বেলেগে বেলেগে কথা পাতিও জানিব পাৰিছে শৰ্মাৰ এই অদ্ভুত চৰিত্ৰৰ কথা। মাখী বুঢ়ীক লগ পাওঁতেও একেই কথা। বিস্ময়ে শৰ্মাৰ বাবে ভাত ৰান্ধিবলৈ গ'লে মণিকাই নিজে দেখিছে, পূজা-ঘৰত কাম কৰাৰ দৰে কৰে।

স্কুলখন স্বীকৃতিপ্ৰাপ্ত নহয়। প্ৰাথমিক বিদ্যালয় হিচাপে আছিল। তাতে শৰ্মা মাষ্টৰ হিচাপে কোনোবা এটা যুগত সোমাইছিল। পিছলৈ নিয়ম ভঙাৰ অপৰাধত সেই স্বীকৃতি বাতিল হ'ল। শৰ্মাই কোনো চেষ্টা নকৰি, সময়ে সময়ে হোৱা পৰীক্ষাবোৰত তেখেতৰ ছাত্ৰ-ছাত্ৰীক প্ৰাইভেট পৰীক্ষাৰ্থী হিচাপে প্ৰাৰ্থী কৰি দিলে।

স্কুলৰ নিৰ্ধাৰিত সময় নাই। সৰু সৰুবোৰে পুৱাতে পঢ়ে। ডাঙৰবোৰে যেতিয়াই সময় পায় শৰ্মাৰ ওচৰলৈ আহে। নহাকৈ থাকিব নোৱাৰে, কিয়নো শৰ্মাই সময়ে সময়ে পৰীক্ষা লয়। তেনেকৈ স্কুল এখন চলোৱা বাবে একো অসুবিধা হোৱা নাই। কাৰণ শৰ্মা কাহানিও আঁতৰি নাযায়। স্কুলৰ পৰ্যায়ৰ পাঠখিনি দিয়াৰ সামৰ্থ্য আছে। সেইদৰেই এতিয়ালৈকে চলি আছে। সহায় কৰি দিছে ডাঙৰ হোৱা ছাত্ৰ-ছাত্ৰীইতে।

সচৰাচৰ নেদেখা পৰিৱেশ এটাৰ লগত ঘনিষ্ঠ হৈ ডাক্তৰে ভাল পাইছে। নিজৰ

বন্ধু-বান্ধৱ দুই চাৰিজনক কৈছে। মাজতে এবাৰ সে দুবাৰ কেইজনমানক লৈও আহিছে।

সদায় সন্তুষ্ট হৈ থকা, মুখৰ হাঁহি মাৰ নোযোৱা, কাম কৰি ভাগৰ নলগা এই আদৰ্হীয়া মানুহজনৰ কথা, বতৰা, ব্যৱহাৰে সকলোকে মুগ্ধ কৰিছে। শৰ্মাৰ প্ৰতি ডাক্তৰ আৰু মণিকাহঁতৰ আকৰ্ষণ দিনে দিনে বাঢ়িহে গৈছে। মানুহজনৰ অতীতটো জানিবলৈ মাজে মাজে আগ্ৰহ হয় কিন্তু শৰ্মাই সেইফালে এখন আৰ-কাপোৰ তৰি থৈছে।

সেইজন শৰ্মাও এদিন ঘৰৰ ভিতৰত থমথমকৈ বহি আছিল। মুখত মাত নাই। চকুত কোনোবা এখন বেৰৰ কোনোবা এটা বিন্দুত স্থিৰ। হাতত এখন কাগজ। মাটিত পৰি থকা খামটো দেখিলে বুজা যায় সেইখন এখন চিঠি। ঠিক সেইটো অৱস্থাতে ডাক্তৰ আৰু মণিকা সোমাই আহিছিল। সচৰাচৰ অনাৰ দৰেই মণিকাৰ হাতত টোপোলা এটা। গাড়ীৰ মাত শুনিও শৰ্মাই হাঁহি এটাৰে সতে ওলাই নহা দেখি দুয়ো আচৰিত হৈছিল। এতিয়া শৰ্মাক দেখি থতমত খালে। মণিকা এখোজ আগবাঢ়ি গ'ল। উৎকণ্ঠাৰে সুধিলে, "কি হ'ল, দাদা?"

শৰ্মা সাৰ পাই উঠাৰ দৰে হ'ল। লৰালৰিকৈ থিয় হৈ মাত লগালে "অ' তোমালোক আহিলা! মই ক'বই নোৱাৰিলোঁ।" বুলিয়েই ওচৰে-পাজৰে কোনোবা আছেনেকি বুলি ভিতৰফালে চালে।

"হ'ব বাৰু দাদা, আগতে কওকচোন সেইখন কিহৰ চিঠি?" মণিকাই সুধিলে। প্ৰায় একেলগে ডাক্তৰেও সুধিলে, "এনি প্ৰবলেম, দাদা?"

চিঠিখন লাহে লাহে জাপি থৈ শৰ্মাই ক'লে, "বহাচোন তোমালোক। কি আনিছা মণিকা আজি মোলৈ?" মুখলৈ নিজৰ হাঁহিটো আনিব খুজি শৰ্মা কিন্তু সম্পূৰ্ণ সফল হোৱা নাই।

"ছানাৰ মিঠাই অলপ আছে দাদা, পিছে আপুনি আমাক এবাই যাব খুজিছে। মাৰ্মনি পায় যদি আমি যাওঁগৈয়ে নোক ঘূৰি?"

শৰ্মা জাঁপ মাৰি উঠিল। "কি কোৱাহে তোমালোকে! ইয়ালৈ আহি এনেকৈ ঘূৰি যোৱাৰ কথা উলিয়াইছা!"

"আপুনি দেখোন মনটো মাৰি আছে। কিবা এটা বৰ দকৈ ভাবি আছে যেন লাগিছে; আমি থাকিলে জানোচা ···!"

"প্লীজ মণিকা, এইটো মোৰ এটা ব্যক্তিগত কথা, বৰ পুৰণি ... ।"

কথা শেষ হ'বলৈ নিদিলে ডাক্তৰে, "ক'তা, আপুনি দেখোন আপোনাৰ কোনো পুৰণি কথা নাই বুলি কৈছিল !"

শৰ্মাৰ হাঁহি উঠি গ'ল। ক'লে, "ধৰা, পুৰণি কথা এটা নতুন হৈ এতিয়া মূৰ তুলি উঠিছে।"

"তেনেহ'লে আমাক ক'ব লাগিব সেইটোনো কি কথা।" ডাক্তৰে দাবী কৰিলে।

"মোৰ একান্ত ব্যক্তিগত কথাহে ডাক্তৰ। তোমালোকৰ কোনো আগ্ৰহ থাকিব নোৱাৰে তাত !"

"আপুনি নিজাকৈ দেখোন একোকে থোৱা নাই ইয়াত, সেইবোৰো হ'ব নোৱাৰে !"

শৰ্মাই একো মাতিব নোৱাৰিলে। ক'লে, 'হ'ব বাৰু ব'বা। বহাচোন, মণিকাই মিঠাই খুৱাবলৈ চাহ একাপ কৰিবানেকি ? চোৱা মণিকা, তুমি ধৰা বাৰে বিস্কিটতে মোক চাহ-টাহ কৰি খুৱাব নোখোজা হৈছে।" শেষৰ কথাষাৰ সেই মুহূৰ্ততে ভিতৰলৈ সোমাই অহা বিস্মিয়ে শুনক বুলিয়ে কৈছিল শৰ্মাই। বিস্মিয়ে 'সেইটো মিছা কথা, দিদি' বুলি সোমাই গ'ল।

চাহ অহালৈকে শৰ্মাই চিঠিখন লিৰিকিৰিদাৰি আছিল। ডাক্তৰে একো নমতাকৈ তেখেতলৈকে চাই আছিল ! ভাবিছিল কি থাকিব পাৰেনো চিঠিখনত যে শৰ্মাৰ দৰে মানুহ এজনকো স্তম্ভিত কৰি দিছে !

শৰ্মাই ভাবিছিল দিবনেকি চিঠিখন ডাক্তৰক পঢ়িবলৈ। কিন্তু কি হ'বনো ডাক্তৰ বা মণিকাই জানিলে। সমাধানৰ কোনো উপায় নথকা সমস্যা এটাই শৰ্মাক হেঁচি ধৰিছে সেই মুহূৰ্তত।

চাহ খাই প্ৰায় শেষ হওঁতে শৰ্মাই চিঠিখন ডাক্তৰৰ হাতত দি ক'লে, "কাকো জনাব নোখোজা কথা এটাই আৰু হৈ থাকিব খুজিছে মোক চোৱাচোন কেনেকৈ আমনি দিছে। পঢ়া চিঠিখন। মই জানো, তোমালোকে একো উদ্ধাৰিব নোপোৱা ইয়াৰ !"

ডাক্তৰে হাত পাতি ল'লে চিঠিখন। দীঘল চিঠি। পঢ়ি গ'ল একান্ত মনে। ক্ৰমে ডাক্তৰৰ হাত, ভৰি, গাৰ পেশীবোৰ টান হৈ আহিবলৈ ধৰিলে। মণিকা অবাক হ'ল। শৰ্মাই ভাতপানীৰ দিহা হৈছেনে চাবলৈ উঠি গ'ল।

চিঠিখন পঢ়ি মণিকাক দিলে ডাক্তৰে। তালৈকে যেন বাট চাই আছিল মণিকা। ডাক্তৰে কিবা এটা ভাবি তললৈ মূৰ কৰি বহি থাকিল। চিঠিখন পঢ়ি অতাই মণিকায়ে প্ৰথম মাত লগালে, "কি আচৰিত !"

"কি আচৰিত ?" সুধিলে সেই মুহূৰ্ততে ঘূৰি অহা শৰ্মাই।

"আমাক অকণো জানিবলৈ দিয়া নাছিল কিয় দাদা ?" ডাক্তৰে সুধিলে শৰ্মাক।

"বা আপুনি ইমান আপোন কৰি লোৱা এই গাঁৱৰ কোনোৱা এজন দুজনকো ক'ব পাৰিলেহেঁতেন।" মণিকাই যোগ দিলে।

শৰ্মাই ক'লে, "মই এনে পৰিস্থিতিৰ কথা কাহিনিও কল্পনাই কৰিব পৰা নাছিলোঁহে। এতিয়া একো কৰিবৰ উপায় নাই।"

"কেলেই নাই। উপায় নাথাকিব কেলেই!" ডাক্তৰৰ মাতত অলপ উত্তাপ। মণিকায়ো একো বুজা নাছিল। অলপ ৰৈ ডাক্তৰে আকৌ ক'লে, "আপুনি কালিলৈকে যাওকগৈ। এইটো অনুৰোধ নাৰাখিলে আপুনি সদায়ে অনুতাপ কৰি থাকিব লাগিব…।"

"ব'বা ব'বা, ইমান সহজ নহয়হে কথাটো। মই তালৈ যোৱা বাটটোৱেই পাহৰি পেলালোঁ। তাৰ উপৰি মই তালৈ গৈ…।"

"তালৈ গৈ মানে ?" ডাক্তৰে আকৌ বাধা দিলে।

"আপুনি যোৱা নোযোৱাৰ কথা এতিয়াও ভাবিব খোজেনে ?"

"নহয়, ডাক্তৰ, মোক মোৰ সমাজখনে কেতিয়াবাই পাহৰি গ'ল। মোৰ বিশ্বাস মই ঘৰ এৰি অহাৰ বাৰ বছৰৰ পিছত নিশ্চয় মোৰ শ্ৰাদ্ধ পাতিলে আমাৰ ঘৰত। নিৰুদ্দেশ হোৱা মানুহৰ বেলিকা তাকে কৰে।"

"পাতিলে যদি পাতিলে। আপুনি অনুমানহে কৰিছে। সেইবোৰ কথা বাদ দিয়ক। এতিয়া ঠিক কৰক, আপুনি কাহানিকৈ যায়। আৰু নাযায় যদি কওক, মই নাম মণিকাক লৈ।"

"ৰ'বা। ইমান খপহকৈ সিদ্ধান্ত এটা ল'ব নোৱাৰি। মণিকা এ'পাচান, বন্ধা-বঢ়া কি-হৈছে চাবাগৈ।"

"বন্ধাটো মই চাওঁগৈ বাৰু। আপুনি এইৰ কথাটো কি কৰে কৰক।" বুলি মণিকা ভিতৰলৈ গুচি গ'ল।

শৰ্মাই ডাক্তৰৰ উৎসাহটো দেখি ৰব ভাগ পালে। কিন্তু চিঠিত থকা অনুৰোধটো ৰক্ষা কৰিবলৈ তেওঁৰ সামৰ্থ্যই নাই। আৰু এই গাঁওখনে জানো একে আগ্ৰহেৰে গ্ৰহণ কৰিব প্ৰস্তাৱটো ? গাঁওখন এৰি শৰ্মাৰ আন এঠাইত থাকিবলৈকে উপায় বা সম্বল নাই। তেনে ক্ষেত্ৰত ; ওহোঁ অসম্ভৱ।

ডাক্তৰ থিয় হ'ল। হাতত বেগটো লৈ ওলাই গ'ল গাঁৱলৈ। কাৰো কোনো অসুখ-বিসুখৰ খবৰ নাই তেনেকৈ। হ'লেও সৰু সৰু ল'ৰা-ছোৱালী দুটামান চাই

আছিব। শৰ্মা বহি থাকিল। ডাক্তৰ মণিকাক সোধ-পোছ কৰাৰ আগৰ আগ্ৰহটো আজি নাই।

প্ৰায় একঘণ্টামানৰ মূৰত ডাক্তৰ ঘূৰি আহিল। আহিয়েই মণিকাক মাতিলে একাষৰীয়াকৈ কিবা কথা এটা ক'বলৈ। শৰ্মাই ধৰিব নোৱাৰিলে

ডাক্তৰে মাঘ' পিচি দ'না আৰু তুজনমান বয়সীয়া মানুহক লগ ধৰি আছে। সকলোকে শৰ্মা আৰু চিঠিৰ কথা কৈ তেওঁলোকে শৰ্মাক ঘৰলৈ মাতি নিয়া কোৱা কথা-টোও কলে আটাইবোৰ এক আবাবেহ প্ৰস্তাৱটো। তাকে কবলৈ গোটেইবোৰ ডাক্তৰৰ লগতে আহিবহ খুজিছিল। ডাক্তৰে বাধা দিলে এতিয়া মণিক আৰু তেওঁ ধৰি শৰ্মাক পিছত বলেগে

শৰ্মা বুজিলে। ডাক্তৰৰ দুনপৰ বুজালে কয শৰ্মা একান্তই যোৱা উচিত আচলতে শৰ্মাই চিঠিখন পোৱাৰ পিছতে উৰা মাৰি যাব খুজিছিল আজন্ম সংস্কাৰ বয়সৰ ছাপ, সম্ভাৰ, দায়িত্ব আদি কিছুমান কথাই চেচা মাৰি ধৰি আছিল

শৰ্মা যাব। অনেক কথ চকুক চিঠিখনৰ অনুৰোধটো ৰক্ষা কৰিবই। সামাজিক বাধ একো নামানে।

ভবা মতেই গলে ঘূৰি আহোঁতে কমেও চাৰি দিন লাগিব। লাগক। ৰেলেৰে আহিব লাগিব। যাওঁতে পাছতো যাব পাৰি। আহকগে। তাৰ পৰা যাত্ৰা আৰম্ভ কৰাৰ আগতে ডাক্তৰে যেনে তেনে টেলি গ্ৰাম এখন কাৰব ডাক্তৰ ষ্টেছনলৈ যাব।

শৰ্মা গৈছেগে কেতেক বা আছে। ডাক্তৰ আৰু মণিকাই দুয়ো ঘৰলৈ গৈয়ে গম্ভীৰভাৱে আলোচনা কৰি এটা সিদ্ধান্ত ললে। সেইমতে শৰ্মা বাছত উঠি যোৱাৰ প্ৰায় লগে লগেই আগতে বন্দৱস্ত কৰি থোৱা মিস্ত্ৰী এজন লৈ শৰ্মাৰ ঘৰ ওপালেগৈ। গাড়ীতে দুবেগ চিমেণ্ট আৰু অন্য কিবাকিবি সা-সঁজুলি কেতবোৰ তুলি ললে।

তিনি দিনৰ দিনা শৰ্মাৰ টেলিগ্ৰাম পোৱা গল। শৰ্মা ঘূৰিছে, ৰেলেৰে ঘূৰিছে। মানে অকলে অহা নাই। ডাক্তৰ মণিকা দুয়ো আকৌ শৰ্মাৰ স্কুল পালেগৈ। বাংকা বিস্তি, মাঘ', দীনাইতৰ লগতে গোটেইবোৰকে খবৰটো দিলেগে। সিইতক মণিকাই নানা কামৰ ফৰমাচ দিলে। নিজেও কিবাকিবি কামত লাগিল।

আহি পোৱা সময় আঠ বাজি কুৰি মিনিট। পুৱা। পিছে এঘটা পলম সেইদিনা ডাক্তৰ আৰু মণিকাই আগতে খবৰ কৰি সময়মতে উপস্থিত হৈ আছে। শৰ্মাই পেটে পেটে কথাটো জানিছিল যদিও আশা কৰিবলৈ ভয় কৰিছিল। জানোচা আশা অধিক হৈ যায়। সেইবাবে ষ্টেছনত কোনোবা থাকিবও পাৰে বুলি বাণীক কোৱা নাছিল।

ষ্টেছনত হাঁহিমুখে ডাক্তৰ আৰু মণিকাক দেখি শৰ্মা অভিভূত হৈ পৰিল। ধৰা-

ধৰিকৈ বাণীক নমাই ডাক্তৰৰ গাড়ীত তোলা হ'ল। বাণীয়ে কোনো কথা ক'ব পৰা নাছিল। ডেকা ডাক্তৰ আৰু ধৈৰ্ণীয়েকক দেখি বাণীৰো ভাল লাগি গৈছিল। তেওঁলোকৰ আপোন ভাবে তেওঁকো মুগ্ধ কৰিলে। পিছে আৰু আছে।

পোনে পোনে গুচি যোৱাই ভাল বুলি ভবা হ'ল। টাউনত কোনো কাম নাই! মণিকাৰ আগ্ৰহ বেছি। শৰ্মাই নিজকে এৰি দিলে তেওঁলোক দুয়োৰে হাতত। শৰ্মাৰ মনত তেতিয়া একমাত্ৰ চিন্তা আছিল গাঁওখনৰ মানুহখিনিৰ বিষয়ে। তাত শৰ্মাৰ প্ৰতি এই সময়ত বা কেনে মনোভাব হৈছে? কেনেবাকৈ শৰ্মা এতিয়া গধুৰ বোজা হৈ পৰিব পাৰেনেকি তাত?

বাণী আৰু নিমাত। মণিকাৰ দুই-এটা প্ৰশ্নৰ উত্তৰ দিয়াত বাহিৰে আন কথা কোৱা নাই। বাটত অসুবিধা হৈছিলনেকি? মনটো বেয়া লাগি আছেনেকি, চাহ একাপ খালেহেঁতেন নেকি আদিৰ দৰে।

ঘৰৰ দুৱাৰমুখত গাড়ীৰ পৰা নামিয়েই কিন্তু শৰ্মা থৰ হৈ ৰৈ গ'ল। এই দুদিনতে এয়া কি হ'ল? গাড়ীৰ মাত শুনিয়ে মুখত হাঁহি এটা লৈ মাৰ বিষ্ণু ওলাই আহিছে দুৱাৰখনেদি। দুৱাৰখন সলাই পেলালে! বহল হ'ল। থটখটিৰ ঠাইত এডালীয়াকৈ উঠা বাট। বিষ্ণুয়ে এখন নতুন হুইল-চেয়াৰ ঠেলি লৈ আহিছে। এইবোৰ, এইবোৰ কাৰ কাম। ঘূৰি চালে ডাক্তৰলৈ. ডাক্তৰ আন ফালে মুখখন ঘূৰালে। মণিকাই বাণীৰ কাপোৰ-কানিবোৰ লৰচৰ কৰি দিছে।

কিন্তু বাকী মানুহবোৰ? কোনো থাকিব নোৱাৰিলে এইকণ সময়ত? বাণীয়ে বা কি ভাবিছে।

বাণীয়ে ভীষণ দুখ বোধ কৰিছে। সম্পূৰ্ণ অভাৱনীয় পৰিৱেশ এটাৰ সন্মুখীন হৈ একেবাৰে বিভ্ৰান্ত হৈ পৰিছে।

"বলক! হেৰা ধৰা হিচোন…" বুলি মণিকাই গা লৰালে।

হুইল-চেয়াৰখনত বাণীক তুলি ঠিক দুৱাৰমুখ পাওঁতেই শৰ্মা-বাণী দুয়ো চক খাই উঠিল। মণিকাই হাঁহি এটা মাৰিলে। ডাক্তৰেও।

ঘৰৰ ভিতৰৰ পৰা একেলগে উৰুলি ঘণ্টা, মাদলৰ মাতে আকাশ কঁপাই দিলে। আনকি এটা পেঁপাৰ মাতো। মানে সেইটো ফাগুনা। একমাত্ৰ ফাগুনাইহে ইয়াত এটা পেঁপা বজায়। সিও ক'ৰবাত লুকাই আছে! সেই মুহূৰ্ততহে শৰ্মাৰ চকুত পৰিল দুৱাৰত এডাল আমপাতৰ মালা। তাৰ তলেদি ভুলা এগনত কিৰাকিৰি এসোপা লৈ মাধৌ পিসি থৰক বৰককৈ আহিছে।

লগে লগে স্কুলৰ পৰা লʼৰা-ডেকা-বুঢ়া মিলি প্ৰায় গোটেই গাঁওখনৰ মানুহবোৰ কিবিলি পাৰি ওলাই আহিল।

শৰ্মাৰ মাঠিৰ দেওনা ছোৱা দেহাটো থৰ-থৰকৈ কঁপি উঠিল। মণিকাৰ চাল-চলন দেখি বুজিলে গোটেইবোৰ তেওঁৰে আঁচনি।

মাঘী পিসিৰ ডলাত কিছু ফুল। ধূপকেইডালমান জ্বলোৱা, সেন্দুৰৰ টেমা এটা আৰু কিবাকিবি কিছুমান।

"আহা বাবু" বুলি পিসিয়ে শৰ্মাক মাতি লৈ ওচৰলৈ। মাতিয়ে ডলাখন মাটিত থৈ নিজে হুইল-চেয়াৰখনৰ কাষতে আঁঠু-কাঢ়ি বহি বাণীৰ কাপোৰেৰে ঢাকি থোৱা, আঁঠুৰ ওপৰতে কটা কৰঙনৰ মূৰ দুটাত হাত দি সেৱা এটা কৰিলে।

বাণী উচাপ খাই উঠিল। মুখেৰে অস্ফুট মাতেৰে কʼলে, "মই, মই মোক এনেকৈ ।"

"অʼ তুমি মাই। তুমিহে আমাৰ গোসাঁনী। এই বাবুটোৰ বুকুৰ কোনোবা এটা চুকত কত দিনৰ পৰা তুমি সোমাই আছিলা বাবেহে আমি ইমান চাফা মনৰ বাবু এটা পাইছো।" কথাবোৰ হেনাহুচা আছিল। মাতত ভাঁজ আছিল। কিন্তু তাৰ অৰ্থই অকল বাণীৰে নহয়, কাষতে থিয় হৈ থকা মণিকা আৰু ডাক্তাৰবোৰৰ হিয়া চুলেগৈ! বাণী আৰু মণিকা দুয়োৰে দুচকুৰেদি পানী বাগৰিছে তেতিয়া।

শৰ্মা হতবাক হৈ থিয় হৈ আছে। মাদলৰ মাতে কাণ তাল মাৰি ধৰিছে। বিস্ময়ে "যাক না বাবু" বুলি এবাৰ সকাহ যাই দিলে।

# উত্তৰাধিকাৰ

গাত মলিয়ন কাপোৰ এখন মেৰিয়াই অলপ কুজাকুজকৈ খৰ খোজেৰে ঘাটৰ ফালে গৈ থকা ৰজতক প্ৰাতঃভ্ৰমণ কৰা কেবাজনো মানুহে প্ৰায় সদায়ে দেখে। হাতত পাচ লিটাৰ ধৰা মবিলৰ পুৰণা গেলেন এটা! কুহৰ কুহৰ কাচ মাজে মাজে।

ভেটা ভেটি হোৱা কিজনেও চেষ্টা কৰে ৰজতক এবাৰ পাৰ হৈ যাবলৈ, ৰজতেও চেষ্টা কৰে বাটৰ কাষৰ কচুগছ দেখি দেখি পাৰ হৈ যাবলৈ। দৃশ্যটো চিনাকি। অন্ততঃ ৰাতিপুৱা সোনকালে উঠা সকলে ফুৰিবলৈ যাওঁতেই বা নাযাওঁতেই, ৰজতক তেনেকৈ ওলাই যোৱা দেখে। দেখিলেই নাকটো সিঁকটাই মুখৰ ভিতৰতে কয়—“সেইটো চোৰা ।”

ঘাটৰ একালে সৰু সৰু খেৰৰ জুপুৰি কেইটামান আছে। তাৰে এটাত আবিদৰ ব্যৱসায় কেন্দ্ৰ। ৰাতিৰ ভিতৰতে বেহানি আছে। ঘাইকৈ পাহাৰৰ নামনিত থকা জনজাতীয় এলেকা এটাৰ পৰা। তাৰে এঘৰৰ ছোৱালী বিয়া কৰাইছে সি।

এই খেৰৰ জুপুৰীবোৰ মাহেকে পষেকে, আউসী একাদশী পালন কৰাৰ দৰে একোবাৰকৈ তালাচ কৰা হৈ থাকে। তালাচী চলাবলৈ অহা সময়ত খালি হৈ থকা টিন কেইটা ভাঙি আৰু কেতিয়াবা তলিতে পৰি থকা দুচোকমানৰ জোখাৰে মদ পালে টিন, মানুহ গোটেইবোৰকে ধৰি নিয়া হয়। আইনৰ নানা প্ৰক্ৰিয়া চলে। ওপৰ মহললৈ প্ৰতিবেদন পঠোৱা হয় আৰু যেনে তেনে বাতৰি কাকতে ছপোৱাকৈ একোটা তথ্য সৰবৰাহ কৰা হয়। “মদ বেচা গোপন ঘাটি আবিষ্কাৰ।”

পিছত আকৌ দেখা যায় সেই একে নিয়মিতভাৱে চোৰাংকৈ তৈয়াৰ কৰা দেশী মদৰ অবাধ ব্যৱসায়, সেই একে ঠাইতে গতানুগতিকভাৱে চলি আছে।

ৰজতে পাঁচ লিটাৰ মদ কিনি নি, তিনি লিটাৰ পানী মিহলাই বটলত ভৰাই

বেচে। তাৰে এক লিটাৰ মান নিজে খায়, আৰু থাই গধূলিৰে পৰা চিঞৰ বাখৰ আৰম্ভ কৰে। কেতিয়াবা তাৰ পিয়াৰৰ কোনোবা গ্ৰাহকেও একেলগে খালে, বাতি আদখিনি মানলৈকে এটা সুন্দৰ সঙ্গীত মুখৰ পৰিবেশত চুবুৰী অতীষ্ঠ হৈ পৰে। পিছ দিনাই থানাত, আবকাৰী অফিচত কেবাখনো অভিযোগ পত্ৰ পৰেগৈ!

সকলোৱে জানে! বজত যে তেনে চুলাই মদৰ ব্যৱসায়ী সেইটোও নজনা নহয়. আবিদৰ পাইকাৰী ব্যৱসায় যেনেকৈ মাজে মাজে গৈ বিচাৰ কৰা হয়, বজতৰ দৰে খুচুৰা ব্যৱসায়ী সকলকো একেদৰে ধৰা হয়। চৰ, চাপৰ, পাঠিৰ কোব, সেইবোৰ নিয়মিতভাৱেই পৰে। তথাপি ব্যৱসায় বন্ধ হোৱা নাই। আবিদৰ যিবোৰ নিয়মিত গ্ৰাহক, সেইবোৰেই আছে, আৰু বজতৰ বোবো, একেদৰেই আছে। পাৰ্থক্য ইমানেই যে বজতৰ ঘৰতে বহি মদ খাবলৈ লোৱা গ্ৰাহক দুই এজন বাঢ়িছে।

পৰিস্থিতিৰ লগত নিজকে খাপ-খুৱাই লবলৈ বাধ্য হোৱা বজতৰ ঘৈণীয়েক এতিয়া এটা কাম কৰে। পানী তিনি লিটাৰৰ ঠাইত আৰু এক লিটাৰ মান বঢ়াই দিয়ে আৰু গিৰিয়েকৰ জেপত হাত ভৰাই পইচা কেইটা লৈ বেলেগে থৈ দিয়েগৈ।

নতুনকৈ অহা আবকাৰী বিষয়া এজনে, আহিয়েই পোৱা অভিযোগৰ ভিত্তিত অভিযান চলাই এদিন বজত আৰু আন আন কেবাটাকো ধৰি লৈ আহিলগৈ. আবিদ চতুৰ মানুহ। নতুনকৈ অহা বিষয়াৰ পৰা কিছুদিন আঁতৰি থকা উচিত বুলি বুজি পাইছিল।

ধৰি অনা মানুহকেইটা এনে কাণ্ডত অভ্যস্ত। ধৰাবোৰে। বিষয়াজন কিন্তু অবাক হল, বজত বোলা সেই বেমাৰী বেমাৰীযেন লগা মানুহটোৰ হুবাওবাও কান্দোন শুনি। ভুলকৈ আনিলে নেকি মানুহটোক! হাবিলদাৰক চকুৰ ইঙ্গিতেৰে সুধিলে কথাটো কি? চাহাবক উত্তৰ নিদি হাবিলদাৰে ডাঙৰকৈ দাবি এটা দিলে—"এই বজত, চুপ!" লগে লগে বজতৰ কান্দোন বন্ধ হৈ গ'ল।

বেছ কিছুদিন লাগিছিল বিষয়াজনৰ এই কান্দোনৰ ৰহস্যটো বুজোতে। নিশ-কটিয়া এই মানুহটোৰ সেইটো এটা গুণেই। চিপাহীবোৰে জানে। সেই প্ৰথম দিনা এই বিষয়াজনৰ তত্ত্বাবধানত ধৰি আনোতে কোনোবা চিপাহী এটাই ফুচফুচাই বজতক কৈছিল— "চাহাব নতুন, অই, বজত, কান্দিবি।"

বজতে মাক বাপেক মৰিলে কন্দাৰ দৰে কান্দিছিল। নতুন বিষয়াজনে বিমোৰত পৰি সেইদিনা সোনকালেই বজতক জামিনত যাবলৈ এৰি দিছিল।

সেইটো প্ৰাথমিক স্তৰৰ ঘটনা, বিষয়াজনৰ বাবে।

নগৰৰে এটা কাষৰীয়া অঞ্চলত বজতহঁতৰ মদৰ ব্যৱসায় আৰু লগৰ চিঞৰ বাখৰ-

বোৰে ঠাইকণৰে শান্তি নোহোৱা কৰিছিল। খনে খনে দৰ্খাস্ত, খনে খনে অভিযোগ পত্ৰই প্ৰশাসনক বিবুদ্ধি কৰিছিল। ফলত হৈচাটো আহি পৰিছিল স্থানীয় কাৰ্যবাহী বিষয়া সকলৰ ওপৰত।

তেওঁলোকৰো উপায় নোহোৱা হৈছিল। এদিন এই বিষয়াজনে নিচেই পুৱাতে অভিযান চলাই, বজতক হাতেলোটে পাই ধৰি আনিলে। মানে বজতৰ হাতত গেলেনৰ টিন ভৰ্ত্তি!

বজতৰ ওপৰত খোভটো বেছি বিষয়াজনৰ। কাৰণ সি এটা ভদ্ৰ বসতি অঞ্চলত থাকি সেইটো কাৰবাৰ কৰা কথা ওলাই পৰিছিল। নথিত থকা অভিযোগবোৰ সৰহ-ভাগতে তাৰ নামো দিয়া আছিল।

থুতুতে ত্ৰকোৰমান সোধাই দিলে হাতৰ বেটন ভালেৰে। বজতে মাটিতে বহি দিলে। বহাটো যে ভাও নহয়, তাৰ দুৰ্বলতাহে, কথাটো বিষয়াজনে বুজিলে।

থানালৈ আনি ওচৰতে বহুৱাই তাক সুধিলে—সদায় এনেকৈ মাৰ খাই মৰিবলৈ আহে কিয় সি।

“ধান খাওঁতাক নাপে, তুষ খাওঁতাক মাৰে বাবু আপোনাৰ চিপাহি গিলাই।”

“মানে?”

“আমি বাবু থুচ্‌ৰা বিক্ৰি কৰোঁ। পাইকাৰ গিলাক…।”

বিষয়াই বজতৰ খোভটো বুজিছিল যদিও তাক দেখুৱাই মানি নললে। মুখেৰে কলে—“ভদ্ৰঁক ভাল কথা কলে একো ফল নধৰে! তোক, তোক বেলেগ ব্যৱসায় কৰিবলৈ চৰকাৰে এটা ঋণ দিয়া নাছিলনে?”

কথাটো অকিচৰ নথিত আছে। মদনিবাৰণি প্ৰচেষ্টাৰ অঙ্গ হিচাপে বজতৰ দৰে কেইজনমান মদপীক কিছুদিনৰ আগতে একোটা ঋণ দিয়া হৈছিল। মদৰ বেপাৰ এৰি, অন্য কিবা এটাত ধৰি মদ এৰিব পাৰে যদি এওঁক।

“মদকে বেচোঁ বাবু এতিয়াও।”

“নিলাজ, বুইছ ভইত। গাৰ ছাল একবালেহে যদি ভইতৰ লাজ হয় …।”

“মোৰ দকানত কোনেও বস্ত কিন্‌বা নাহে বাবু”।

“মদ কিনিবলৈ হলে আহে!”

“মদ খাওঁতায় টি বি-চি বি নাচায় বাবু। মৰ টিবি হৈছে।”

বিষয়া বৈ গ'ল। দৰৰ নাথায় কিয় বা চিকিৎসা নকৰায় কিয়—তেনেকুৱা কথা সুধিবলৈ সাহে নাটিলে।

পিছত জানিছিল, বজতে ধন ভৰি দৰৰ খোৱাতকৈ নবাতে পোকা মৰণে খাই

অসুখটোৰ কথা মনৰ পৰা আঁতৰাই থবলৈ চেষ্টা কৰে। যক্ষ্মা আৰু মদৰ মিশ্ৰিত আক্ৰমণত ইফালে হাঁওফাঁও যে দিনে দিনে পচি গৈছে সেইটো সি অনুভৱ কৰা নাই। কৰিছে যদিও চৰকাৰী বিষয়া জনৰ সেইবোৰ জনাৰ বিলাস কৰিবলৈ সময় নাই। বিভাগীয় দায়িত্বই মদ আৰু মদপৰ অত্যাচাৰৰ পৰা সমাজক ৰক্ষা কৰিবলৈ লগা থিনি কামহে কৰিবলৈ দিয়ে। কোনো মদ বেপাৰীৰ, তাকো এনেকুৱা থক্মিয়া খুচুৰ চুলাহ মদ বেচা মানুহ এটাৰ জীৱন বৃত্তান্ত জানিবলৈ আহৰিযেই ক ত?

কিন্তু জৰে এৰিলেও কৰপতিয়ে নেৰাৰ দৰে ৰজতৰ কথাষো বিষয়াজনৰ লগ নেৰ হ'ল। এদিন ৰজতহঁত থকা অঞ্চলৰ এগৰাকী ভদ্ৰমহিলা নিজে আহিল কাৰ্য্যালয়লৈ। সুধিলে সেই অভদ্ৰ মদপীটোক শাস্তি দি নিবৃত্ত কৰাৰ কোনো ব্যৱস্থাই নাই নেকি চৰকাৰৰ? সি হেনে আগৰাতি মদৰ জালত প্ৰথমতে কিছুমান চিনেমাৰ গান গাই পিছলৈ বাউচি জুৰি কান্দি গোটেই চুবুৰিটোক উজাগৰে থাকিবলৈ বাধ্য কৰিছিল। ভদ্ৰমহিলা, এগৰাকী শিক্ষয়িত্ৰী তেখেতৰ উৎকণ্ঠা স্বাভাৱিক।

বৰ থং উঠিল বিষয়াজনৰ। চিপাহী দুটা লগত লৈ নিজে ওলাল পোনে পোনে ৰজতৰ ঘৰলৈ। সেই এলেকাটোলৈ তেওঁ নিজে আগতে যোৱা নাছিল। চিপাহী এটাই চিনিপায় বোলে ৰজতৰ ঘৰটো। তাক ধৰি আন "বিচাৰাধীন" কৰি সুমাই থোৱাৰ লাগিব এমাহমান। এনেকুৱা মানুহকে লৈ ইমান কথ শুনি থাকিব নোৱাৰি। তাক বোধ হৈছিল—সি মনে মনে চোৰাং কামটো কৰি নাথাকি, নিজেও খাই ইমান হুলস্থুল লগাই থাকে কিয়?

অলপ নাথালে নোৱাৰে বোলে সি, মদ নাখালে দৰৱ খাব লাগিব। দৰৱ নিয়মিতভাৱে খাব নোৱাৰে। বহুত খৰচ!

ঘৰটোৰ অৱস্থাই নাই। কেউফালে উৰলি যোৱা। হলেও চাবৰ সময় নাই। চিপাহী এটাক লগত লৈ "এই ৰজত!" বুলি কোঁকোৱাই সোমাই গ'ল।

ৰজত মাটিতে শুই আছে চাবি এখনত। নিঃসাৰ। বাতিৰ নিচা আঁতৰাই নাই চাগে। পিছে ঘৈণীয়েক জনীও ওচৰতে তেনেকৈ বহি আছে কিয়। বিষয়া সেই মুহূৰ্তত, সাজে পোছাকে বিষয়া। ক্ষমতাৰ মূৰ্ত্ত প্ৰতীক। হুকাৰ কৰি উঠিল— "টোপনিৰ ভাও ধৰিছ অ'ই হাৰামজাদা।"

টোপনিৰ ভাও নহয়! টোপনিয়েই ধৰা নাই ৰজতৰ। তাৰ আচলতে চকু দুটা মেলিবলৈকে শক্তি নথকাৰ দৰে।

সেইদৰেই মূৰটো অকণমান দাঙিব খুজি, হাত দুখন কোনোমতে একেলগ কৰি অস্ফুটভাৱে কলে—"পৰ্ণাম বাবু।"

বিষয়া বৈ গ'ল। ৰজতে আকৌ কলে—সি বোলে নিজে উঠিব নোৱাৰিব।

ধৰিবলৈ নিশ্চয় গাড়ী আনিছে, তাক কেনেবাকৈ দপাই লৈ যাব লাগে। "এয়া চাওক বাবু।" বুলি মুখৰ ওচৰতে থকা কাপোৰ এখন তুলি ধৰিলে বজতে।

সাপ দেখাৰ দৰে, বিষয়াজন জাপ মাৰি তুপোজ পিছুৱাই আহিল। কাপোৰখনত চমকাচমকে তেজ! পিছৰাতিটো কাহি কাহি কাহিল হৈ পৰিছিল বজত। ঘৈণীয়েকক বোলে ওচৰ চাপিবলৈ দিয়া নাছিল।

"ঘৰত এক ফোটাও মাল নাই বাবু। আজি পুৱা ঘাটলৈ যাবই নোৱাৰিলে।"

বজতৰ অৱস্থা দেখি সেইটো এনেয়ে বুজা গৈছিল।

"এক দিন না থাইম্ আৰ······।"

"এদিন নগলে?"

"কি থাইম তুই সোপাৰ গাঁও, মুই বিধি তোৰ পাছত যাওঁ···সগাই লখণ দিবা লাগে বাবু।"

বিষয়া নিৰুপায় হৈ ওলাই আহে। ডুৱাৰমুখতে এখন্তেক ৰৈ জেপৰ পৰা কুৰি-টকীয়া নোট এখন উলিয়াই ভিতৰফালে দলি মাৰি থৈ আহিল। তাকে কৰি ভয়ত কঁপি উঠিল—বিভাগীয় পোছাকটো পিন্ধি থাকি তেওঁ কেনেবাকৈ বিষয়া গুছি মানুহ হৈ যোৱা নাইতো?

পিছে বোধকৰো বৰ প্ৰয়োজন নাথাকিল আৰু চিন্তাৰ। প্ৰায় সদায়ে আহি থকা অভিযোগবোৰ কেবাদিনো অহা নাই। বিষয়াজনে অলপ সকাহ পালে।

সেই চুবুৰীৰ প্ৰাতঃভ্ৰমণ কৰা মানুহ কেইজনেও কেইদিনমান স্বস্তিৰে ব্ৰহ্মপুত্ৰৰ নিৰ্মল বতাহ সেৱন কৰিছিল।

এদিন পিছে তাৰে এজন বৈ গ'ল বাটতে। সেই টিনটো ভেখেতে চিনি পাইছে নেকি? গেলেনটো। সক ন'বা এটাই গাত মলিয়ন কাপোৰ এখন মেৰিয়াই লৈ গৈ আছে। কাপোৰৰ তলত তাৰ হাতত গেলেনৰ টিনটো। আধা তলফালে ওলাই আছে।

"তু যাইস্ আৰ কইস, মুই বজতৰ পোলা। যাইস্, আবিদ মিয়াই চিনি পাং······।"

হয়! বজতৰ পুতেকেই সেইটো। বাপেকে আবিদৰ জুপুৰিটোৰ ঠাইকণ বুজাই দিছে। তাৰ গ্ৰাহক এজন নে দুজন আহিছিল। আজি গধূলি মাতি পঠাইছে। মাল আহিব।

ঘৈণীয়েকে দিও নিদিওঁকৈ, বেলেগে লুকাই থোৱা পুঁজিৰ পৰাই পাঁচ লিটাৰৰ দামটো উলিয়াই দিছে।

ব্যৱসায়টো চলি নাথাকিলে চকলৈ জুই নাথাব যে!

পুতেকক পঠাই দিয়ে।

# পুলকেশ বৰুৱা

বাৰটো কি আছিল মোৰ মনত পৰা নাই। পিছে কিবা বন্ধ এটা আছিল। বন্ধাৰবৈলে বুলি ওলাই চোতালতে থিয় হৈ পিঠিত ৰ'দ লৈ আছিলোঁ।

ইফালে সিফালে চাই লাহে লাহে খোজ কাঢ়ি অহা বুঢ়া মানুহ এজন আমাৰ পদূলিমুখতে ৰৈ গ'ল। সাজেপাৰে তেনেকৈ চকুত নপৰা বুঢ়াজনক মই অলপ আগতে পৰা দেখি আছিলোঁ। মোৰ ঘৰলৈকে আহিব পাৰে বুলি ভবা নাছিলো। অলপ আগবাঢ়ি গলোঁ।

চুলিবোৰ জেনেই পকা। মুখখন দেখিলেই ধৰিব পাৰি বুঢ়াৰ বয়স আশীৰ এইপাৰে হ'বই নোৱাৰে। তেওঁৰ মুখলৈ অলপ পৰ চাই আছিলো। মই চিনি পোৱা নাই। গেটখন খুলি আৰু এখোজ আগবাঢ়ি গলোঁ। 'আহক' বুলি মাত এষাৰ লগাৰ খোজোঁতেই বুঢ়াই সুধিলে, "এইটো তোমাৰ ঘৰ ?" মই অবাক হলোঁ। বুঢ়াই মোক চিনি পায়নেকি ?

"হয়, আহকচোন" বুলি এইবাৰ মই ঘূৰি থিয় হৈ বুঢ়াক আহিবলৈ ইংগিত দিলোঁ। চিনাকিটো সুধিবৰ সুবিধা নহ'ল।

মাতত বেছ গাম্ভীৰ্য আছিল বুঢ়াৰ। 'এইটো তোমাৰ ঘৰ ?' বুলি সোধোতে কৰা 'তুমি' সম্বোধনতে কথাটো ধৰিব পাৰিছিলো। সতকাই পিছে ধৰিব পৰা নাছিলো। বুঢ়াজননো কোন। অথচ কথাৰ পৰা মোক চিনি পোৱা যেন লাগিল।

"তোমাৰ নাম কি ?"

এইবাৰ মই ৰৈ গলোঁ। আকৌ ঘূৰি বুঢ়াৰ কালে চাই নামটো ক'লো। পিছে মোৰ অলপ সন্দেহ হ'ল। বুঢ়া সুস্থ নহয় নেকি ? অলপ অবাক হোৱা যেন হৈ কলো, "মই কিন্তু আপোনাক······ !"

"চিনি পোৱা নাই !" মুখৰ মাত কাঢ়ি নি বুঢ়াই নিজেই ক'লে, "মই পুলকেশ বৰুৱা। তুমি ইয়াত পঢ়া নাছিলানেকি ?"

পুলকেশ বৰুৱা ! এখেতেই ? এখেতৰ বিষয়ে টুকুৰা টুকুৰ, সাধু যেন লগা বহুত কথা জানো মই। ব্যক্তিগতভাৱে চিনাকিহে হোৱা নাছিল কাহানিও !

"এ আহক ছাৰ !" মই বিনীত হবলৈ চেষ্টা কৰি আকৌ ক'লো, "মই ইয়াত পঢ়া নাছিলো. এহিয়া প্ৰায় ছবছৰমানৰ পৰাহে আমি ইয়াতে ঘৰ সাজি……"

"নামটো কি বুলিলা তোমাৰ ?" আকৌ সুধিলে বুঢ়াই। ক'লো।

"প্ৰভাসক চিনি পোৱা ? সৰ্বেশ্বৰক ?"

মই ধৰিব পৰা নাছিলো। খপকৈ মনত পৰিল। ভুয়োজন অসম চৰকাৰৰ নামী উচ্চ পদস্থ বিষয়া আছিল। অৱসৰ ললে। পুলকেশ বৰুৱাই সোধাৰ ধৰণটোতে মই বুজিব লাগিছিল।

"মোৰ ছাত্ৰ আছিল। ডাক্তৰ হুছেইন যে, মেডিকেল কলেজৰ প্ৰিন্সিপেল আছিল ? সিও মোৰ ছাত্ৰ আছিল।"

ছাত্ৰ বহুত আছিল পুলকেশ বৰুৱাৰ। মোৰ মামা এজনো আছিল। ককাই ইয়াত তাহানি চাকৰি কৰা দিনত, মামাই পুলকেশ বৰুৱাৰ স্কুলত পঢ়িছিল।

মোৰ শহুৰো আছিল তেখেতৰ ছাত্ৰ। সেইবাবে এইজন মানুহৰ কিছু কথা মই জানো। বিশেষকৈ শুনিছিলো ডিঙি বৰদেউতাৰ মুখত। ভয়ো বোধকৰো একালৰ লগৰীয়া আছিল।

কিন্তু আজি, এয়া মোৰ চোতালত থিয় হৈ থকা পুলকেশ বৰুৱা আৰু টাউন এম. ই. স্কুলৰ তাহানিৰ প্ৰধান শিক্ষক পুলকেশ বৰুৱাৰ মাজত এটা পুৰুষ লীন হৈ গ'ল। সেইবোৰ প্ৰায় বুৰঞ্জী হৈ গ'ল।

পুলকেশ বৰুৱাই অথণ্ড প্ৰতাপেৰে প্ৰধান শিক্ষকতা কৰা দিনত এইখন মহানগৰ গাঁও চহৰহে আছিল। আলি-কেঁকুৰি বা বাৰীৰ চুকে চুকে গঢ়ৰা গজা ইংৰাজী মাধ্যমৰ স্কুলবোৰ তেতিয়া সপোনৰ অগোচৰ আছিল আৰু সেইবাবেই বোধকৰো এই পুলকেশ বৰুৱাৰ স্কুলতে পঢ়ি মানুহ হোৱা প্ৰভাস চক্ৰবৰ্তী বা সৰ্বেশ্বৰ শৰ্মাৰ দৰে মানুহে ৰাজ্যৰ প্ৰশাসনত সচিব নোহোৱা লৈকতাৰ খাঁচ খৈ অৱসৰ ললে।

সেইবোৰ পিছৰ কথা।

তেখেত আহিল কেনি ? মোৰ ঘৰলৈকে নো আহিল কিয় !

চোতালতে, ব'দত পাৰ চকি এখনত বহিবলৈ কৈ সুধিলো, "পুৱাই এইফালে আহিল যে ছাৰ ?"

"এনেয়ে ওলাই আহিলো হে, এইবোৰ ঠাই মই দেখাই নাই বুইছা! তোমাৰ নামটো কি বুলি কৈছিলা ?"

আকৌ এবাৰ ক'লো মোৰ নামটো। মই আচলতে তেখেতৰ ঘৰটো ঠিক কোন-খিনিত নাজানো। খোজ কাঢ়ি ভাগৰ লাগিছে বুলি ভাবি সাউতকৰে ভিতৰলৈ গৈ এক চাহ একাপ দিবলৈ কৈ আহিছিলো। সেইকণ সময়তে মোক তেওঁ সুধিছিল, "ক'ৰ লাপুংহে সেইটো !"

"তোমালোকে বেছ বাৰী পাতি আছাইক এইফালে। এইবোৰ ফল-ফুল কি, মালী ৰাখি কৰাইছ নেকি ?" আকৌ গৈ কাষত থিয় হোৱাৰ লগে লগে বৰ বুঢ়াই মোক সুধিছিল।

"নহয় ছাৰ, এইবোৰ আমি প্ৰায় নিজেই কৰোঁইক। এনেয়ে লাগে : মযো আজৰি পালে লাগো অলপ অচৰপ।"

"এৰাহে আজৰি পোৱাটোৱে ডাঙৰ কথা। আজৰি পোৱাহেতেন মযো ··" বুলি বৈ গ'ল বুঢ়া। থুঁতৰিটো দুই হাতৰ মুঠিৰ ওপৰত থৈ একেথৰে ফল একোপাৰ ফালে চাই থাকিল।

এইজন মানুহ হেনো স্কুলখন লৈয়ে আজীৱন ব্যস্ত আছিল। ভিম্ব বৰদেউতাৰ মুখত শুনা কথা মতে এখেতে হেনো নিজৰ বিয়াৰ পিছদিনাই স্কুল কৰিছিল, অথচ সেই দিনত মাহ জুৰি স্কুললৈ নাহিলেও তেনেকৈ চাওঁতা নাছিল।

একে ধৰণৰ কথা এটা কৈছিল আমাৰ বিভাগৰ ৰবীন বৰুৱাই। তেখেতেও সে-দিনা অৱসৰ ললে। বিদায়-সভাৰ শেষত কথাৰ মহলা মাৰি থাকোতে, কথাৰ মাজলৈ কেনেবাকৈ স্কুল, মাধ্যম, শিক্ষা এইবোৰ সোমাই আহিছিল। তেখেতৰ ডাঙৰ ল'ৰাটো, এতিয়া ইঞ্জিনীয়াৰ হ'ল, এই পুলকেশ বৰুৱাৰ স্কুলত ভৰ্তি কৰিবলৈ গৈছিল। ৰবীন বৰুৱা নিজেও পুলকেশ বৰুৱাৰ ছাত্ৰ আছিল ! সেই সূত্ৰেই আগ-দিনা পুলকেশ বৰুৱাৰ সৰু ছোৱালীজনীৰ বিয়ালৈকো গৈছিল।

নাম লগোৱা সন্দৰ্ভত গৈ পুৰাই প্ৰধান শিক্ষকক নিজৰ আসনত থমথমকৈ বহি থকা দেখি ৰবীন বৰুৱা হেনো অবাক হৈছিল। অবাক হৈ সুধিছিল। ৰাতিটো টোপনি খতি কৰি ছাৰে কেনেকৈ পুৱাই স্কুললৈ আহিল।

"আহিলোহে, সিফালে দৰা-কন্যা ওলাই গ'ল। বস্ত্ৰ-বাহানিবোৰ ল'ৰাইতে লৰীত তুলি আছে। মযো পুলুকা মাৰি এইফালে গুচি আহিলোঁ।"

ৰবীন বৰুৱায়ো কৈছিল স্কুলখনকে প্ৰাণ বুলি ভবা পুলকেশ বৰুৱাই বহুত ল'ৰাক মানুহ কৰি দিলে। বহুত প্ৰাক্তন ছাত্ৰ ৰাজ্যৰ মূধা ফুটা স্তৰলৈ উঠিল। পিছে কিবা

আচৰিত কথা, পুলকেশ বৰুৱাৰ নিজৰ ল'ৰাকেইটাহে বিশেষ একো নহ'ল। তিনিটা ল'ৰা। তিনিওটাই সাধাৰণ চাকৰি একোটা কৰি ঘৰ চলাই আছে। এটা বোধকৰো তুৰা নে তেনে কোনোবা এখন ঠাইত থাকে।

অথচ এইজন পুলকেশ বৰুৱায়ে একো একোটা কাম কৰিছিল, শুনিলে বিশ্বাসকে কৰিব নোৱাৰি। এটা কথা ভিম্ব বৰদেউতাই কৈছিল।

এতিয়া কাশী হিন্দু বিশ্ববিদ্যালয়ত অধ্যাপনা কৰি থকা জিতেন দাস এম· ই· পৰীক্ষাত অসমৰ ভিতৰত প্ৰথম হৈছিল। ঘৰৰ অৱস্থা অকণো স্বচ্ছন্দ নাছিল। দেউতাকে পৰীক্ষাৰ আগতে এবাৰ পুলকেশ বৰুৱাক ধৰিলে ল'ৰাটো অলপ চাই দিব লাগে। "তাক আবেলি আবেলি মোৰ ঘৰলৈ পঠিয়াই দিবা।" পুলকেশ বৰুৱাই নিৰ্দেশ দিছিল।

জিতেন দাসৰ দেউতাকে পুলকেশ বৰুৱা তেওঁৰ ঘৰলৈ যাব বুলি ভাবিছিল। সেইদৰে সৈমান হৈ চাবিমান বজাত নিতৌ ল'ৰাটোক পুলকেশ বৰুৱাৰ ঘৰলৈ পঠিয়াই দিছিল।

নিতৌ এঘণ্টা ডেৰঘণ্টা পঢ়াৰ পিছত, ভিতৰৰ পৰা জিতেনলৈ সক পিঠাছ এটাত গাখীৰ এগিলাছ আৰু থাকিলে বাৰীৰে কল এটা, নহ'লে পকামিঠৈ এটা আহে। গাখীৰ-কলো ঘৰৰে।

পৰীক্ষাৰ খবৰ ওলাল। জিতেনৰ দেউতাকে বহুত প্ৰবন্ধ কৰি গোটোৱা টকা কুৰিটা আৰু গামোছা এখন লৈ, ল'ৰাৰেসৈতে পুলকেশ বৰুৱাক সেৱা এটা কৰিবলৈ যাওঁতে, জিতেনক সাবটি ধৰি আশীৰ্বাদ কৰিছিল। গামোচাখন ৰাখি টকাকেইটা ঘূৰাই দি কৈছিল, "ইয়াৰ পৰীক্ষাৰ ফলটোৱেই মোৰ বাবে ডাঙৰ উপহাৰ, হেৰা, টকাকেইটা কেলেই যাচিছা।"

তাৰ পিছত পুলকেশ বৰুৱাই কৈছিল জিতেনক তেওঁৰ ঘৰলৈ পঠাবলৈ কোৱা কাৰণটো। "মই জানো তোমাৰ অৱস্থাৰ কথা নাজানো, হেৰা! ল'ৰাটো ভাল মই বুজিছিলো। পিছে আৰু অলপ পুষ্টিৰ দৰকাৰ আছিল। মোৰ ঘৰত দৰৱত দিব পৰা জোখাৰে গাখীৰ একণ আছিল, তাৰে এভাগ সিও পাওক বুলিহে তাক মোৰ ঘৰলৈ আহিবলৈ দিছিলো।"

জিতেনৰ দেউতাকে নীৰৱে থাকি কেৱল চকুহুটা মচিছিল।

সেই ভিম্ব বৰদেউতা ঢুকাবৰ দিনা পুলকেশ বৰুৱা গৈছিল। চকা-মকাকৈ দেখা মোৰ মনত পৰে। পিছে বহুত গণ্য-মান্য মানুহৰ মাজত বৰুৱাৰ উপস্থিতিয়ে সিমান

শুকাহ পোৱা নাছিল আৰু সেইবাবে বোধ কৰো তেওঁৰ চেহেৰাটো মোৰ মনত পৰা নাছিল।

'মোক ঘৰৰ পৰা আজিকালি ওলাবলৈ নিদিয়ে ল'ৰা-ছোৱালীয়ে', ছাৰে মোকে কৈছিল। "সিহঁতে ভয় কৰিছে, ক'ৰবাত বাটে-পথে মই পৰি থাকো বুলি।"

"য়েস্, সেইটো কিয় হ'ব ছাৰ!" মই আকৌ এবাৰ ব্যগ্ৰ হবৰ চেষ্টা কৰিলো। ইতিমধ্যে বন কৰা ল'ৰাটোৱে চাহ একাপ চোতালখনলৈকে লৈ আহিল। মই হাতত লৈ বৰুৱাক দিবলৈ গ'লো।

"এস্ চাহ কিয় অনালা! মই যেতে তেতে চাহ খোৱা বুলি গম পালে বৰ বোৱাৰীয়ে মোক ভাতকে খাবলৈ নিদিব।" মই থমক খাই চাহ কাপ হাতেতে লৈ বৈ গলো।

"বাৰু দিয়া। সিহঁতে ক'ত চাহ খোৱা চাবলৈ আহিব ইয়াত।" বুলি তেখেতে হাতখন আগবঢ়াই দিলে।

মোৰ মহা সমস্যা হ'ল। বুঢ়া আহিছে কিয়, বহে বা কিমান সময়! সুধিবলৈকো কথা বিচাৰি নোপোৱা হ'লো! আৰু মোৰ ওচৰলৈকেনো আহিল কিয় মই ধৰিব পৰা নাছিলো!

চাহৰ সুদা কাপটো মাটিত থৈ তেখেতে আকৌ মাত দিলে, "তোমালোকৰ এইবোৰ ঠাইয়া বেছকৈ ঘূৰিব পৰা, চাব পৰা ঠাই, খোজ কাঢ়িয়ে আহিবও পাৰি।" বৈ গ'ল বুঢ়া। ৰবুঝি হৈ মনে বৈয়ে থাকিলো। "তুমি বাৰু অতুল—অতুল বুলিছিলা নহয়, তোমাৰ নামটো? তুমি বাৰু এওঁক দেখিছিলানে, মান মোৰ পৰিবাৰক?"

শিষ্টাচাৰৰ পৰাকাষ্ঠা দেখুৱাবলৈ গৈ মই কলো, "মোৰ সেই সৌভাগ্য হোৱা নাই, ছাৰ!"

"নহয়নো আৰু! তেওঁ নাই নহয়। ঢুকাল বুইছা। এয়া দহ বছৰমানেই হ'ল নেকি।"

মোৰ জিভা জঠৰ হৈ গ'ল।

"তেওঁৰ বৰ ফুৰিবৰ মন আছিল, বুইছা। ঠাই চোৱাৰ চখ। মোৰ লগত ইঠাই সিঠাই চাই ফুৰিবলৈ বৰ হেঁপাহ কৰিছিল। মই যেতিয়া সমৰ্থ নহ'লেও, সৱল হৈ আছিলো, সময় উলিয়াব নোৱাৰিলো। নিজেই যি এবাৰ দিল্লী পালোগৈ ছুং সাজি ৰাষ্ট্ৰপতিৰ পৰা সেইখন আনিবলৈ।......"

ছাৰ ৰ'ল অলপ। মোৰ মনত পৰিল শিক্ষক মানপত্ৰ দিবলৈ থিৰ কৰাৰ পিছত প্ৰথম কি দ্বিতীয় বাৰতে পুলকেশ বৰুৱাকো সেই ৰাষ্ট্ৰীয় সন্মান দিয়া হৈছিল।

"গাড়ী মটৰত উঠাৰ কথা কাহানিও নহ'ল বুইছা। তেওঁ বুলি একোবাৰ ভাবিছিলো

তেওঁক লগত লৈ মোৰ পুৰণি ছাত্ৰবোৰৰ ঘৰলৈকে যাম। বহুত ল'ৰা গুণীমানী হ'ল, ডাক্তৰ হ'ল, অফিচাৰ হ'ল। সেইবোৰকে এওঁক দেখুৱাই আনিম…"

"সেইটো প্ৰভাস 'দেউত' বানান নিলিখি "দেওতা" লিখাবাবে ছুটিন কাণত ধৰাই থিয় কৰাই থৈছিলো। সিও সেয়া চক্ চেক্ৰেটেৰী নে কিবা হৈ অৱসৰ ললে। ধুনীয়াকৈ ঘৰ-দুৱাৰ সজাই আটোমটোকাৰীকৈ আছে বুলি শুনি, চাবৰ মন গৈছিল। তেওঁক দেখুৱাব খুজিছিলো—মোৰ শ্ৰমৰ ফচলবোৰ। নহ'ল। সময়মতে একো নহ'ল। তেওঁক লৈ একেলগে কেনিও ফুৰা নহ'ল।

"এতিয়া ভাবিছো এই ঠাইবোৰ যেনেকৈ ঘূৰি ঘূৰি চাব পাৰিলোহেঁতেন! ধুনীয়া এইবোৰ ঘৰ, ধুনীয়া ধুনীয়া বাৰী, বাট-পদূলি-এইবোৰকে চাই ফুৰিব পাৰিলোহেঁতেন!

"আচলতে চোৱাচিটানো কি! একেলগে অলপ ফুৰা-চকা কৰা, নিজান পালে দুই-আষাৰ কথা পতা নে কি কোৱা?" পুলকেশ বৰুৱাই মোৰ মুখলৈ চাই সুধিলে।

"অ' বৰা, তুমি বোলে ইয়াত পঢ়াই নাছিলা। মযো সঁচাকৈয়ে বলিয়াই হ'লো নেকি হে! বোৱাৰীকেইজনীয়ে নিজৰ ভিতৰতে মোৰ কথা লৈ আলোচনা কৰে শুনিছা। সিহঁতৰ এজনীয়েও মোক সুস্থ বুলি নাভাবে। মই যাওঁ বুইছা, বেছি ডপৰ হৈ গ'লে সিহঁতে বিচৰা-বিচৰি লগাব।" বুলি ছাৰ থিয় হ'ল।

"কিন্তু ছাৰ, আপুনি মোক বিচাৰি আহিলযে?"

"মই ক'ত তোমাক বিচাৰি আহিছিলো! তুমিহে দেখোন মোক বাটৰ পৰা মাতি আনিলা?"

"অ'!" বুলি মই নিজে নিমাত হ'লো।

"তুমি মোৰ ছাত্ৰ হোৱাহেঁতেন ভালেই আছিল। পিছে এটা কথা, তুমি বৰ ডেকা ল'ৰা নাছিলানেকি। যেনেকৈহে তেৰা লাগি মোলৈ চাই আছা…।"

মই একো নামাতিলে।

"মই এনেয়ে ঘূৰি ফুৰিছো বুইছা। চাইছো, এইবোৰ ঠাইকে চাবলৈ তেওঁ নিশ্চয় ভাল পালে হয়তেন। তাকে ভাবিছে—। তোমাৰ ঘৰটোও বাটৰ কাষতে পালো…।"

# শৃঙ্গাৰ

নামটো বোলে পতঙ্! ধেৎ, ছোৱালীৰ নামো পতঙ্ হ'ব পাৰেনে? শুনি জুবি ৰ'বই নোৱাৰিলে। গাটো ভাঙি মুখখন ঢাকি ধৰি খুক্‌কৈ হাঁহিয়ে দিলে। জিনাই চকু দুটা পোন্দোৰাকৈ ইঙ্গিতেৰে সকিয়াই দিলে—ছোৱালীজনীৰ বাপেকটো যে ওচৰতে বহি আছে। ৰ'ব নোৱাৰি জুবি লৰ মাৰি সোমাই গ'ল নিজৰ কোঠালৈ।

জুবিহঁতকৈ ডাঙৰ হ'ব ছোৱালীজনী। বৰণ ক'লা। হলেও গঢ়টো বেয়া নহয়। তলমূৰকৈ থিয় হৈ আছে। তাইৰ নামটো যে বৰ সুবিধাৰ নহয়, ঘৰৰ সেই সোমাই যোৱা ছোৱালীজনীয়ে হাঁহা দেখিয়ে বুজিব পাৰিছে। মনটো অলপ কোঁচ খাই গ'ল নাৰাখিব নেকি আৰু সেইটো কাৰণতে!

"কাম কৰিব পাৰিবি তই, এই ছোৱালী?" কথাটো জিনাৰ মাকে সুধিছিল। মূৰটো দুপিয়াই তাই পাৰিব বুলি বুজাই দিলে। কথা ক'লে আকৌ বা কি দোষ ওলায়? মাকে নিজেও ভয়ে ভয়ে কোঠাৰ ফালে চাইছিল, জুবিজনীয়ে আকৌ কিবা মন্তব্য দি দিয়ে বুলি। নাই জুবি ভিতৰতে আছে।

ছোৱালীজনী থকাকৈ আহিছে। জুবিহঁতৰ মাকে ঠিক এনেকুৱা ছোৱালী এজনীকে বিচাৰি আছিল! ইহঁতৰ লগ হ'ব, ঘৰখনৰ কামো কৰিব; বন্দবস্ত হৈ গ'ল। ড্ৰাইভাৰ মাণিকেই খবৰ কৰি অনাই দিছে। বাপেকটো মাহেকে-দুমাহে আহি থাকিব। মাক নাই পতঙৰ। সৰু ভনীয়েক এজনী আছে। বাপেকে মানুহ এঘৰৰ খেতিৰ কাম কৰে। ছোৱালীজনীৰ এনে আশ্ৰয় এটা সিও বিচাৰি আছিল বেছ সকাহ পালে। "বাবুৱনী"টো তাৰ ভালেই লাগিল। মৰম আছে। ছোৱালীয়ে কিজানি কষ্ট নাপাব এই ঘৰত। দুখীয়া হওক, নিছলা হওক সিও বাপেক। নিজৰ ছোৱালীজনীয়ে নিৰাপদে দুবেলা দুসাজ খাই ভালকৈ থকাটো তাৰো কাম্য।

জুবিয়ে বাট চায়ে আছিল। "এইফালে আহ" বুলি জিনাই ছোৱালীজনীক ভিতৰলৈ নৈ আহোঁতে বায়েকক সুধিলে—"জিনা বা, আগন্তুকৰ পিতাকে প্ৰস্থান কৰিলেনে ?"

"গ'ল, কিয় ?"

জুবিয়েহে বায়েকৰ প্ৰশ্নৰ উত্তৰ নিদি ছোৱালীজনীকহে ঘূৰাই সুধিলে—"ঐ তোৰ নাম পতঙ্গ নে পতঙ্গ ? কীট-পতঙ্গ ?"

"পতঙ্" অলপ সংকোচেৰেই ছোৱালীজনীয়ে ক'লে।

"পতঙ্-ফটঙ্-ঘটং-মতং ; ধেৎ তোৰো যে নামটো !"

"হৈছে জুবি। একেদিনাই তাইক পাগল কৰিব নালাগে। টোপোলাটো ক'ত থ'ব দেখুৱাই দেগৈ।" এইবাৰ মাক আগবাঢ়ি আহিল।

"আহ, ঐ" বুলি জিনাৰ দায়িত্বটো জুবিয়ে ল'লে। যাওঁতে আকৌ সুধিলে—"তই চাহ খাবি একাপ ?"

"জুবি !" মাকে প্ৰায় দাবি মাৰি উঠিল। চাহকাপ দিয়াটো ডাঙৰ কথা নহয়। জুবিৰ স্বভাৱটো সকলোৱে জানে। নিজে গৈ চাহকাপ বাকি দিলেও এক কথা। লগে লগে মাক বা বায়েকক মাতি ক'ব—"পতঙে চাহ খাব খুজিছে…।"

মাকৰ মাত শুনি জুবিয়ে জিভাখন উলিয়াই একন্নেকলৈ তাপ মাৰিলে।

বন কৰিবলৈ অহা ছোৱালীজনীয়েও সেইকণ সময়তে গম পালে জুবি বোলা এই ছোৱালীজনী বৰ ডাঙৰ হ'ব।

বাতিপুৱা চাহ দিবলৈ গৈ জুবিয়ে ছোৱালীজনীক সুধিলে—"তই ব্ৰেকফাস্ট কৰোঁতে বয়ল্ড এগ্ খাবনে, প'চ্ কৰি খাব ?"

"নাজানু।"

ভিতৰত থোৱা মেজত বহি দেউতাকে শুনি আছিল জুবিৰ কথা। হাঁহি উঠি গ'ল।

জুবিয়ে আকৌ তাইক সুধিলে—"তই পঢ়িব পাৰ নে লোৱাৰ অ' ?"

"নাজানু।"

"অ-আ-ক-খ ?"

"নাজানু।"

"নৱগ্ৰহ বানান কৰিব নাজান ? শুক্ৰেশ্বৰ ? অশ্বক্লান্ত ?"

"নাজানু।"

"ধেৎ—তই বৰ গৰু অ'।"

"তই নিজে চাহ খাবলৈ আহিবিনে, জুৰি ?" হাঁহি চন্তালিবলৈ সৈ দেউতাক মাতিলে জীয়েকক।

"তোক মই শিকাই দিম বাক চব্।" বুলি সকলৈ কৈ জুৰি ধাতবি আহিল।

* * *

ইখন সেখনকৈ বনত ধৰি পতঙৰ কিন্তু দুদিনতে ঘৰ ধৰিব পৰা হ'ল। মুখৰ মাত নাই। জুৰিৰ মাক দেখুৱাই দিয়া মতেই সকলো কাম কৰি যায়। জিনাৰ, জুৰিৰ কাপোৰ ধুই দিয়ে। বাচন-বৰ্তন ধোৱে। ঘৰ সাৰে, মছে। মুঠতে চাই থাকোতেই তাই ঘৰখনৰ এজনী হৈ পৰিল।

পিছে জিনা-জুৰিৰ কামবহে অন্ত নোহোৱা হ'ল। দোলা দেখি খোৱা হোৱা দি লইতেও স্কুল-কলেজলৈ যাবৰ সময়ত একো বিচাৰি নোপোৱা হ'ল। কালি ইস্ত্ৰি কৰি থোৱা চাদৰখন জিনাই বিচাৰি নাপায়, জুৰিৰ বঙা ফিটাডাল হেৰায়, জোতা-চেণ্ডেলবোৰ থোৱা ঠাইত নোপায়; গোটেইবোৰ জ্বালা কেৱল পতঙে। তায়ো সেইকণ সময়ত উশাহ ল'বলৈ সময় নোপোৱা হ'ল। হলেও, জুৰিয়ে তাৰ মাজতে কেতিয়াবা সোঁৱৰাই দিয়ে—"অ'ই পতঙ্, উনৈশ শ বত্ৰিছ চনত কালিদাসে আমেৰিকা আৱিষ্কাৰ কৰা কথাটো মনত থাকিবনে নাথাকে, তোৰ ?"

উত্তৰ কিন্তু সেই একেটাই—"নাজনু"।

জিনাই মাকক গোচৰ দিয়ে জুৰিৰ উৎপাতবোৰৰ বিষয়ে। তাইক চব এপাত মাৰি, পৰাগৰিব সময়ত কৰা চুপতিবোৰ বন্ধ কৰি দিবলৈ কয়। মাকে মাজত সোমাই মৰিবলৈ নাহেই !

আবেলি পতঙেই জুৰিৰ মূৰটো আঁচুৰি দিব লাগে। "একণি পালে তোৰ মূৰত থৈ দিবি, বুইছ ফটং।" তাই নিৰ্দ্দেশ দিয়ে। "আমি ঘইঁা য' অকণ ধুঁহিবি নেকি ?"

পতঙে বুজে। একো নামাতে কিন্তু। বৰ আগ্ৰহেৰে তাই জুৰি জিনাৰ আবেলিৰ প্ৰসাধন পৰ্বটো মন কৰে। ইটো-সিটো আগবঢ়াই দি সহায় কৰি দিয়ে। জিনাক লহত কিবা-কিবি লাগে। জুৰিৰ চট্-ফট্। গোটেইবোৰ বেগেতে হৈ যাব লাগে। জিনা ধীৰ। প্ৰতিটো কথাতে পতঙৰ ওপৰত নিৰ্ভৰ নকৰে। পতঙে কিন্তু একান্ত ভাবে লাগি দিব খোজে জিনাৰ প্ৰতিটো প্ৰয়োজনত। সলোৱা কাপোৰ যোৰ জাপি আলনাত থোৱা, কাটা-ক্লিপবোৰ যতনাই দিয়া, কেতিয়াবা মূৰত তেলকণ ভালকৈ ঘঁহি দিয়া—এইবোৰ কৰি দি তাই বৰ ভাল পায়।

জুৰিয়ে আপত্তি কৰে। "তই বা-ক ইমান হেল্প কৰি দিয়……। ব, হেল্প মানে কি জান অ'ই ?"

"নাজহু⋯⋯।"

"হেৰ্, মানে কাপোৰ জাপি দিয়া, বুইছ! আৰু সহায় কৰি দিয়া মানে চাহ খোৱা। থাকিব মনত?"

"নাজহু⋯⋯!"

"খেং এইজনী; নাজহু ক'ৰবাৰ!" বুলি কিছু সময় এৰা এৰি হয়। পতঙে তেতিয়া এটা এটাকৈ ড্ৰেছিং টেবুলৰ টেমা-বটলবোৰ সামৰি থাকে। তাই বুজিব পৰা হৈ গৈছে যে জুবিৰ কথাৰ সেই এটা উত্তৰেই আটাইতকৈ ভাল: নহ'লে প্ৰশ্ন বাঢ়ি যায়। তাই একো বুজিও নাপায়।

পতঙক জুবিৰ মাকে মৰম কৰিবলৈ লৈছে। নিজৰ প্ৰায় ভাগেই থকা মেখেলা-চাদৰ দুযোৰ মান দি, জিনাৰ নাইটি পিন্ধা বাদ দিবলৈ দিলে; তাইক বিশ্বাস কৰিব পাৰি ঘৰৰ সকলো কামতে। জিনা-জুবিহঁতেও মৰম কৰে তাইক। জুবিয়ে চুপতি মাৰি ব্যতিব্যস্ত কৰি থাকে যদিও নিজৰ ভাগৰ আলমুট ছুটামান তাইক নিদিয়াকৈ নাথাকে। তাইক নিজে খৰচ কৰি মূৰত মৰা ক্লিপ কিনি দিছে। আবেলি মূৰটো ভালকৈ আচুৰি পৰিপাটি হ'বলৈ মনত পেলাই দিয়ে। তাইক বুজাই কয় যোলে—"মহাভাৰত লিখোঁতে, চেক্সপীয়েৰে সদায় আবেলি গা-ধুই লৈছিল, কপালত চন্দনৰ ফোঁট লৈছিল। ব, কোনে লিখিছিল মহাভাৰত?"

"নাজহু।"

"এইপাত! তোৰ একো নহ'ব বুইছ ঘটং-মতং।"

জিনাই নোৱাৰে তেনেকৈ লাগি থাকিব। তাইৰ মুখত জুবিৰ নিচিনাকৈ ফটফটকৈ লাগ-বান্ধ নোহোৱা কথাবোৰো নোলায়। দূৰৰ পৰাই হাঁহে মাথোন; কেতিয়াবা খঙো উঠে।

খং উঠিব খুজিও মাৰ যায় দেউতাকৰ। এদিন গধূলি কোঠাৰ বাহিৰৰ পৰা শুনিলে, জুবিয়ে পতঙক তৰতুষ্টিয়ে লিখা ইংৰাজী কবিতা, আইনষ্টাইনে লিখা সংস্কৃত শ্লোক জাপানত কেনেকৈ পঢ়ে বুজাই আছে। "হেৰা অধ্যাপিকা, তাইক জ্ঞান দিলেই হ'ব নেকি তোমাৰ! তুমিও কোৱাচোন বাৰু, পৃথিৱীৰ আটাইতকৈ দীঘল নদীখনৰ নাম কি?"

"কি অ' পতঙ্?" জুবিয়ে পতঙক সুধিলে।

"নাজহু।" পতঙে আচলতে প্ৰশ্নটো নো কি তাকো বুজা নাছিল।

"তাই নাজহু বুলি কৈছে, দেউতা!" বুলি ভাৱৰকৈ ক'লে জুবিয়ে। দেউতাক আঁতৰি গ'ল!

সেই পতংগেই কিন্তু জুৰিকো নিমাত কৰি দিলে এদিন। কেনেকৈ জানো, সেইদিনা খট্‌কৈ হোৱা শব্দ এটা শুনি জুৰি সাৰ পাই উঠিল! নিশ্চয় মাজৰাতি তেতিয়া। লাহেকৈ চকু দুটা মেলি জুৰিয়ে গম পালে কেউফালে নিস্তব্ধ। ঘৰৰ সকলো টোপনীত লালকাল। কাষতে শুই থকা জিনাৰো গভীৰ টোপনী।

বাহিৰত জোনাক ড্ৰেছিং টেবুলৰ কাষৰ খিড়িকীখনৰ পৰ্দাখন অকণমান কোঁচাই থোৱা আছে। সেইফালেদি অহা জোনাকে বেছ পোহৰ কৰি পেলাইছে কোঠাটো।

শব্দটোনো কিহৰ আছিল উমান লবলৈ চেষ্টা কৰিলে জুৰিয়ে। তেতিয়াই মন কৰিলে ড্ৰেছিং টেবুলখনৰ কাষত থিয় হৈ সেইজনী পতংগ।

"কি কৰিছ, পতংগ?" বুলি সুধিব খুজিও জুৰি বৈ গ'ল। পতংগে আইনাখনত নিজকে চাইছে ঘূৰি ঘূৰি। গাত সেইখন দেখোন জিনাৰ শাৰী। জুৰি থৰ হৈ পৰি থাকিল। আঠুৱাৰ ভিতৰত তাইৰ মেলি থোৱা চকু দুটা পতংগে নিশ্চয় নেদেখে।

অতি সন্তৰ্পণে পতংগে টুলখনত বহি ল'লে। তাৰ পিছত টেবুলৰ ওপৰত থকা জিনাৰ বস্তবোৰ এটা এটাকৈ হাতলৈ তুলি ল'লে। জিনাই সানি যোৱাৰ দৰেই স্নো, সানিলে পাউডাৰ সানিলে জিনাইতকৈ ফণীৰে মূৰটো আঁচুৰিলে আৰু একেবাৰে শেষত—সেইখিনিতে জুৰিয়ে চিঞৰ মাৰি দিব খুজিছিল, পিছে নিদিলে। জিনাৰ লিপষ্টিক ডালকে লৈ তাই কলাঁয়ে ওঁঠ দুটাত সানি ল'লে। জুৰিৰ চিন্তা বিকল হৈ গ'ল। কৰে কি পতংগে? ফণীখন বাৰু থুই ল'ব। লিপিষ্টিকৰ মূৰটো দেউতাকৰ তাৰ পৰা ব্লেড এখন আনি কাটি পেলাব। স্ন'ৰ বটলত এবাৰেই আঙুলি ভৰোৱা যেন লাগিল। কিন্তু মতলবটো কি!

পতংগ ঠিয় হ'ল। খিড়িকীৰ পৰ্দাখন আৰু অকণমান কোঁচাই পোহৰ সৰহ কৰি ল'লে। জুৰি-জিনাৰ বিছনাৰ ফালে কেৰাহীকৈ চালে এবাৰ। দুইজনী বাইভনী টোপনিত লালকাল বুলি বিশ্বাস হ'ল। জুৰিয়ে গভীৰ টোপনিৰ ভাও ধৰি আছে।

গোটেই মানুহজনী দেখা আইনা। পতংগে ঘূৰি পকি নিজৰ ৰূপটোক চালে কেইবাৰ মান। গাৰ শাৰীখন এবাৰ টানি, এবাৰ ঢিলা কৰি চালে। আইনাৰ পতংগলৈ চাই হাঁহি এটা মাৰিলে। তাই হাঁহিলে ধৰিব পাৰি। দাঁতকেইটা আচৰিত বগা। জিলিকি থাকে। তাৰ পিছত আকৌ সন্তৰ্পণে বহিল টুলখনত। আঁঠুত কিলাকুটি দুটাৰ ভেজা দি, দুই হাতেৰে নিজৰ মুখখন দাড়ি ধৰি আইনাখনকে চাই থাকিল কিছুপৰ।

জুৰি থৰ হৈয়ে থাকিল।

পতঙে উঠিল আকৌ। জিনাৰ শাৰীখন খুলিলে। জাপি আলনাত থৈ আহিল. চোৰৰ দৰে খোজ দি। জুৰিৰ নিচেই কাষতে থকা সৰু মেজখনৰ ওপৰত পানীৰ জগটো দাঙি ল'লে। হাতত এচলু পানী বাকি লৈ মুখখন মোহাৰি পেলালে। পেলাই নিজৰ চাদৰখনৰ আগ এটাৰে টানি মচিলে মুখখন। খিড়িকীৰ পৰ্দাখন মেলি দিলে। তাৰ পিছত আকৌ চোৰৰ খোজেৰেই গৈ বেৰৰ কাষত মাটিত পাৰি থোৱা তাইৰ বিছনাখনত সোমাই শুই থাকিল।

জুৰিয়ে কি কৰিব ভাবি পোৱা নাই! জিনাক জগাই কৈ দিব নেকি ভেতিয়াই গোটেই কথাবোৰ? ড্ৰেছিং টেবুলৰ বস্তুবোৰ জিনাই বাক দলিয়াই পেলাই দিব নেকি? কিন্তু পতঙে কি কৰিলেনো?

সেইটোকে বুজা নাই জুৰিয়ে। পিছদিনা পুৱাই শৰবদেৱে কোনখন কলেজত পঢ়িছিল পতঙক সুধিব বুলি ভাবি থৈছিল। এতিয়া ভাবিছে. নাই তাইৰ লগত আৰু খেমালি কৰিব নোৱাৰি।

লাহেকৈ বাগৰটো সলালে জুৰিয়ে। টোপনিতে যতা যেন কৈ মাতিলে "পতঙ!"

"কিবা লাগে নেকি?" পতঙে সুধিছিল।

জুৰিয়ে যেন সেইমাত্ৰ ভালকৈ সাৰ পাই উঠিল। অবাক হোৱা যেন দেখুৱাই সুধিলে—"তোৰ টোপনি ধৰা নাই কেলেই, পতঙ?"

"নাজানু সক বাইদেউ।"

জুৰি মনে মনে থাকিল।

# বলিয়া হাতী

কথাটো বনজুইৰ দৰে বিয়পি পৰিল। হাতীটো এইফালেই আহিছে। শুনা মাত্ৰকে খবৰ হৈ গ'ল এখন্তেকলৈ, যেয়ে শুনিলে। উশাহ-নিশাহ বন্ধ হৈ যোৱা যেন লাগিল। কি কৰিব এতিয়া মানুহবোৰে? বুঢ়ী কেইজনীয়ে নিজৰ কেউফালে চাই পাক মাৰি, ল'ৰা-ছোৱালীবোৰ আছেনে ওচৰে-পাজৰে। মতা মানুহবোৰ গোট খালে এখন চোতালত। শুকান খৰি আছে নহয় ঘৰে-ঘৰে! গোটাৰ লগে গাঁওখনৰ পূব সীমান্ত। জুই ধৰিব লাগিব এজুৰা ডাঙৰকৈ; হাতীটো সেইফালৰ পৰাই আহি আছে।

মাইকী মানুহবোৰৰ কঁপনি উঠিছে। ওৰণিবোৰ কামুৰি-ধৰি দুৱাৰত দাং মাৰিব খুজিছে ঘৰৰ সকলোকে ভিতৰত সুমুৱাই লৈ। মতাবোৰৰ খঙো উঠিছে তেনে উথপথপ দেখি। এইবোৰ ঘৰত সোমাই ৰক্ষা পাব নেকি, হাতীয়ে খেদি আহিলে? গাটো ঘঁহাই থৈ গলেই বাগৰি পৰিব এনেকুৱা ঘৰ একোটা।

বলিয়া হাতী এটাই অথন্তৰ ঘটাইছে বোলে! দঁতাল হাতী। আজি প্ৰায় এপষেকমান হ'ল, অভয়াৰণ্যৰ পৰা ওলাই আহি বলিয়া জঁকত বহুত ঘৰ-দুৱাৰ ভঙাই নহয়, মানুহো বোলে মাৰিলে চাৰিটানে পাঁচটা! খবৰবোৰ শুনি আছে গাঁৱৰ মানুহে। মুখ বাগৰি আহোঁতে খবৰত যদি ৰহণো লাগিছে কিবা জানিবৰ উপায় নাই। যিখিনি জনা গৈছে, তাতে পেটত হাত-ভৰি লুকোৱা অৱস্থা! কোনোবা এখন গাঁৱত বোলে বিয়াঘৰ এখন মহতিয়াই পেলালে; কইনাজনী গছকত মৰিল! আন এখন গাঁৱৰ মতা-তিৰোতা এহালক মাৰিলে। পথাৰলৈ ওলাই যাওঁতে মাৰিলে এটাক। গধূলি হাটৰ পৰা ঘৰমুৱা হোৱা বুঢ়া এটাক বোলে ফুটবল খেলাদি খেলি মাৰিলে! ঘৰ কিমান ভাঙিলে তাৰ লেখ-জোখ নাই।

সন্ত্ৰস্ত হ'ল চৰকাৰে। হাতীৰ উৎপাতৰ স্থানীয় বিৱৰণ পাই চৰকাৰে সেইটো বলিয়া বুলি ঘোষণা কৰিলে। তাক মাৰিব লাগে বুলি ৰাজহুৱা বিজ্ঞপ্তি দিয়া হ'ল। সেইবোৰ প্ৰাশাসনিক খবৰ গাঁৱত আমাকৈ কোনেও বুজা নাছিল। সকলোবোৰ ভয়ত পেপুৱা লাগিল। অধীৰ উৎকণ্ঠাৰে বাট চাই আছিল হাতীটো কেতিয়াবাই মৰা খবৰটো শুনিবলৈ। শুনিলে সেই ভয়ানক খবৰটোহে। বলিয়া হাতীটো বোলে এইফালেই আহিছে।

ভয়ানক এই ভয় পলকতে সঞ্চাৰিত হ'ল গোটেই গাঁৱৰে প্ৰতিটো প্ৰাণীৰে মনলৈ। খাৱন-শোৱন পাহৰি যোৱাৰ দৰে হ'ল আটাইবোৰ। সেই অৱস্থাতো টুকুৰা টুকুৰা খবৰ একোটা ইকাণ-সিকাণ হৈ আহিছে। হাতীটো বোলে চোৰাং চিকাৰীৰ খেদা খাইহে বলিয়া হৈছে! দাঁত দুটা বোলে বৰ ডাঙৰ, ওলাই থকাখিনিয়েই ডেৰহাত মান হ'ব!

হওক। সেইবোৰ খবৰে গা শুকুৱায়। হাতীটো মাৰিলেনে? তাৰ উৎপাতৰ ওৰ পৰিলনে? ল'ৰা-ছোৱালী, মুনিহ-তিৰোতাই শান্তিৰে উশাহ লব পৰা হ'লেই হয়। তেনেকুৱা খাটাং খবৰ এটা জনাই দিয়া, হে ঈশ্বৰ!

পূবফালে গাঁওবোৰত হেনো বাতি পহৰা দিছে মানুহে। ঢোল, খালী টিং, আনকি ঢেঁকীবোৰো বৈ-বৈ বজাইছে ৰাতি। জোৰ এসোপা সাজু কৰি থোৱা আছে: জুই-পোহৰ দেখুৱাই হ'লেও হাতীটোক খেদাব।

এইখন গাঁও এমূৰীয়া। হাবিৰ পৰা সহজ দূৰ নহয়। উত্তৰলৈ সেইখন বৰ নৈ। হাবিৰ মাজেদি সৰু নিজৰা এটা বৈ গৈছে। দক্ষিণফালে সৰু-সৰু পাহাৰ এলানি। পাহাৰ বোলাতকৈ টিলা বোলাই ভাল। এই হাবিৰ পৰাই গাঁৱৰ কেইবাঘৰেও ভাত মোকলায়। কামটো চোৰাং। চুৰকৈ কাঠ কাটি হাবিৰ মাজতে কাঠ কয়লা পোৰে। কামটো টান। দেহা মাৰি কৰিব লাগে।

সেইবাবেই এই দুদিন ছটফটাই আছে গজলাই। এগাঁত কয়লাৰ ব্যৱস্থা কৰি আহিছিল সি। গোটেই দিনটো লাগিছিল গছ বাছোতে, কাটি জোখৰ টুকুৰা কৰোঁতে। গাঁতত জাপি জুই দিয়াৰ আগতে ওপৰত জাবৰ দি তাৰ ওপৰত বোকাৰ লেপ এটা দিয়া হ'ল! বাতিটো যিমান পাৰে পুৰিব, পুৰাই গৈ বোকাৰ মাজত ফাট মেলাইছে যদি আৰু একোটা লেপ দি থৈ আহিব। সেইদৰেই ঠিক কৰি সামৰি আহিছিল।

পুৱা যোৱা নহ'ল। দুদিন আৰু থাকিব লগা হ'ল ঘৰতে সোমাই। কেনেবাকৈ

বেছিকৈ ফাট মেলি জুই যদি ডাঙৰকৈ জ্বলিছে তেনেহ'লে বহুত কাঠ বেয়াকৈ পুৰিব। কাঠ-কয়লা ভৱামতে পোৱা নাযাব।

গজলাৰ ভয় সেইটোৱেই। সেইদিনা ৰাতি ঘূৰি আহিয়েই সি হাতীৰ কথা শুনিলেহি। পুৰা সেইফালে যোৱাৰ নামেই লব নোৱাৰিলে। কথা নেকি সেইটো! গোটেইবোৰ দাং খাই উঠিল।

গজলাবো যে ভয় লগা নাছিল এনে নহয়। ভয়বো এটা সামূহিক ৰূপ আছে। সিও সমাজখনৰে এটাহে। হ'লেও তাৰ চিন্তা হ'ল, কেনেবাকৈ তাৰ কয়লাৰ গাঁতটোৰ জুইকুৰা মুকলিকৈ জ্বলি যায় যদি ওপৰলৈ ধোঁৱা উঠিব। গছ সি পুৰঠ চায়েই কাটিছিল। কমেও চাৰিশ টকাৰ কাঠ কয়লা পাব লাগে। গ'ল কয়লাও যাব, বন ৰখীয়ায়ো ধোঁৱা দেখি খেদিব। অৱশ্যে এটা কথা, মুকলিকৈ জ্বলিলে জুইকুৰা সোনকালে নুমায়ো যাব।

দুটা দিন পাৰ হৈ গ'ল। হাতীৰ চলাচলৰ কোনো নতুন খবৰ অহা নাই। দুই একে ক'বলৈ ধৰিছে খবৰটো চাগৈ মূলতে ভুল আছিল। তাকে চয়-নিচয় কৰিবলৈ আগবাঢ়ি যায় কোন এতিয়া?

গজলাৰ মন ভাঠ হ'ল। সি কয়লাখিনি চাই আহিবলৈ আজি। ভালে-ভালে জ্বলিছে যদি আজি পোৱাও শেষ হ'ব লাগে। চেঁচা হ'বলৈ আৰু দুদিন লাগিব। তাৰ পাছতহে জাবি-জোকাৰি কয়লাখিনি উলিয়াই আনিবলৈ লাগিব। অকলে আনিব নোৱাৰে। লগ ধৰি থোৱা আছে। আজি কিন্তু যাবই সি। অকলেই যাব। কোনেও হকা-বধা কৰিব নোৱাৰিলে ঘৰৰ। খাই উঠি দুপৰতে ওলাল গজলা।

ঘৰৰ পৰা তিনি কিল'মিটাৰ হ'ব তাৰ গাঁত কৰা ঠাইটো। সৰু টিলা এটাৰ নামনিত কৰা আছে তাৰ গাঁত। জুৰিটোৰ পৰা বহু দূৰ নহয়। তাৰ পাৰে-পাৰেও ঘৰলৈ ঘূৰি যাব পাৰি। তাৰ পাৰতে গজলাইত কেতিয়াবা কয়লা পুৰিবলৈ লগেৰে আহিলে ভাত বান্ধি খায়। বান্ধি খায় মানে, কাকবাহৰ চুঙাত সিজাই খায়। সেই-দৰেই হাঁহ-কুকুৰাও পালে সিজাই খায়। নিয়ম-জলকীয়া ঘৰৰ পৰা নৈ আহে।

হাতত সদায় থকা দাখন লৈ গজল' কয়লাৰ গাঁত পালেহি। কোবত আহিছে। কৰিব লগা কামখিনি কৰি সোনকালে ঘূৰি যাব লাগিব। ঠাইকণ পায়েই তাৰ ভাল লাগি গ'ল। মাটি খহা নাই, বেয়াকৈ ফাটো মেলা নাই। ভিতৰত কেঁচা, কাঠ পোৱা ভাপ ওলাই আছে। কাঠখিনি ভালকৈয়ে পুৰিছে। এনেয়ে ভয় কৰিছিল সি। তথাপি কেউফালে ঘূৰি টিপটো চালে এবাৰ। চাই ঘূৰিল।

ঘূৰি দুখোজমান দিছেহে। ওচৰতে কেনিবা হোৰোসকৈ হোৱা শব্দ এটা

শুনিলে। কোনোবাই যেন বোকাহে খচিছে। গজলাৰ এইবাৰহে ভয় লাগিল। মত্তগজ মানুহটোৰ কপালখন খন্তেকতে ঘামি উঠিল। নিশ্চয় হাতীটোৱেই! কিন্তু কোনফালে? কোনফালে শৰ মাৰিব সি?

বাট কেউফালে চিনি পায় সি। কিন্তু প্ৰাণটো লৈ পলাব কোনফালে এতিয়া? হাতীটোৱে নিশ্চয় দেখিছে তাক, কেনিবা গছৰ আঁৰৰ পৰা—আহিবই এতিয়া চোঁচা লৈ। একেঠাইতে থৰ হৈ থিয় হৈ থাকিল সি। সেইদৰে থাকোঁতেই থক-থককৈ কঁপিবলৈ ধৰিলে। হাতীটো কোনফালে আছে জানিলেহেঁতেন বিপৰীতে শৰ মাৰিব পাৰিলেহেঁতেন।

কাণ উনাই বৈ আছিল কিছুপৰ। ভিডিটো যিমান পাৰে ঘূৰাই কেউফালে চালে। শব্দ একো শুনিলে, কিন্তু দেখিলেহে। সি বৈ থকা ঠাইৰ পৰা দহহাতমান দূৰত মাটিত হাতীৰ শুঁৰ এডাল। বিৰাট অজগৰ সাপ এটাইহে যেন কেৰমেৰাই আছে। একে ঠাইতে।

এইবাৰ বাণ মাৰিলে তাক কোনোবাই। লৰচৰ কৰিব নোৱৰা হ'ল কিছু সময়। তাৰ পাছত ঘূৰি শৰ মাৰিলে তাৰ কয়লাৰ গাঁতটোৰ ফালে। গাঁতটো পোৱাৰ আগতে আকৌ বৈ গ'ল গজলা। শুঁৰডাল মাটিত কিয়?

এবাৰ ঘূৰি চালে সেইফালে। হয়। শুঁৰডাল মাটিতে। তাৰে হাতীটোৱে যেন তাক বাউল দি মাতিছেহে ওচৰলৈ। অজগৰ সাপে বোলে সৰু-সুৰা জীৱক সম্মোহন বাণ মাৰিব পাৰে। এই হাতীটোৱে আজি গজলাক বাণ মাৰিলে।

গজলা ওচৰ চাপি গ'ল। হাতীটোৱে শুঁৰডাল অলপ-থৰকৈ লৰালে এইবাৰ। ওচৰ পাই দেখে হাতীটো এটা গাঁতত পৰিল। পুৰণি গাঁত জোপোহা হাবিয়ে ঢাকি থৈছিল। কেতিয়া কোনে খানিছিল গজলাই নাজানে। তলিত পানী বোকা আছে নিশ্চয়। সেইহে কাহানিও মন কৰা নাছিল। হাতীটো তাত পৰি ওলাব নোৱৰা হ'ল।

সি আৰু ওচৰলৈ গ'ল অলপ। অলপ আঁতৰৰ পৰা বেঙা মেলি হাতীটোৰ শুঁৰডালত হাতটো লগাই দিলে। হাতীটোৱে যেন সেইকণকে বিচাৰিছিল তাৰ পৰা। গজলা আৰু অলপ আগবাঢ়ি গ'ল। হাতী একেবাৰে সেও। অৱশ হৈ পৰিছে হ'বলা।

ওচৰৰ পৰা দেখি গম পালে - হাতী বলিয়া হোৱাটোৱেই হয়! দাঁত দুটা দেখিলে। তেনেকুৱা হাতী ওচৰে-পাজৰে নাই। সি গাঁতটোৰ কেউফালে পাক এটা মাৰি দেখিলে হাতী সেইটো গাঁতৰ পৰা ওলাব নোৱাৰে নিজে। সহায় কৰি নিদিলে

সি তাতে মৰিব। মৰিবই। নিশ্চয় দুই-তিনিদিন আগতে পৰিলহি গাঁতত। ওলাবলৈ চেষ্টা কৰি-কৰি অৱশ হৈ পৰিছে।

গজলা গাঁও বুলি খোজ ললে। মানুহবোৰ মাতি আনিবগৈ, যাকে পায় এতিয়া আবেলি। কিন্তু দুখোজমান গৈয়ে বৈ গ'ল। উচিত হ'বনে কামটো? গাঁৱত হাতীটোৰ এই অৱস্থাৰ কথা কোৱাৰ লগে-লগে গোটেই গাঁওখন যাঠি-জোং, দা-কটাৰি লৈ উৎফুল্লিত হৈ নাহিবনে? আহি হাতীটো খুচি-কাটি মাৰি নেপেলাব নে?

আৰু যদি সি কয়গৈ বোলে হাতীটো অৱশ হৈ পৰি আছে, ব'লইক ধৰি-মেলি তাক তুলি দিওঁগৈ, তেতিয়া তাকে বলিয়া বুলি নকবনে গোটেইবোৰে?

কিন্তু বিপদত পৰা এইহেন হাতীটোক গাঁততে খুচি মৰাটো, আয়ৈদেহি, অধৰমী কাম নহ'বনে বাৰু?

থক। গাঁৱৰ মানুহ নালাগে। অকলেই কি কৰিব পাৰি চাব গজলাই।

হাতীটোৰ ওচৰলৈ আহি আকৌ এবাৰ গাঁতটো পৰীক্ষা কৰিলেহি সি। হাতীটোৱে আকৌ এবাৰ শুঁৰতাল দাড়ি গজলাক যেন চুইহে চাব খুজিলে। লৰচৰ কৰাৰ ধৰণ দেখি তেনেয়েনেই লাগিল গজলাৰ। এবাৰ দেখিলে শুঁৰতাল দীঘলকৈ মাটিতে পেলাই দিছে হাতীটোৱে। ইমান অৱশ হ'ল নে ইমানটো হাতী? নহ'লে সেইদৰে সি গজলাক কিবা কাকুতিহে কৰিছে নেকি?

সাহ কৰি গজলাই গাঁতৰ ওপৰৰ গছ লতাখিনি কাটি পেলালে কিছু। মুকলি কৰি মন কৰিলে হাতীটোৱে গাঁতটো ভৰাই পেলাইছে। গাঁতৰ পাৰৰ পৰা হাতীটোৰ পিঠিত হাতখন বুলাই দিলে এবাৰ গজলাই। দি হাতীটোকে ক'লে,—"ৰবি মই কিবা এটা কৰোঁ।" হাতীটোৱে মূৰটো দাড়ি গজলাৰ ফালে চালে হ'বলা!

গজলা তাৰ কয়লা পোৰা গাঁতৰ ওচৰলৈ গ'ল! তাত পৰি থকা পোলোগা গছৰ ডাল দুটামান বিচাৰি ললে। সেইবোৰৰ পৰা ভাল কয়লা নহয়। তাৰে আগকেইটা দা-ৰে দাখনেৰে জোঙালি ললে। খুৰি আহি সেই দুডালকে চিপৰাং হিচাপে লৈ হাতীটো পৰা গাঁতৰ এফালে খানিবলৈ ধৰিলে। এচলীয়াকৈ বাট এটা উলিয়াব সি।

অবাক হৈ ব'লিয়া হাতীটোৱে অজলাগজলাৰ কামটো চাবলৈ ধৰিলে। হাতীটোৱে বোধকৰোঁ বুজি পাইছিল, গজলাই তাকে সহায় কৰিব খুজিছে। হাতেৰে সেই সাজি লোৱা কোমল গছৰডালৰ চিপৰাঙেৰে মাটি খানি থাকোঁতে গজলাৰ মুখখনো একো সময়ত মেল খালে। হাতীটোক সুধিলে, "তইনো পৰিলিহি কেনেকৈ অ' গাঁতটোত? তোৰ নো ইমান হুঁচ নোহোৱা হ'লনে। চাৰিতে থাক, তেও বুলি……।"

হাতৰ চিপৰাং ভোটা হৈ যায় অলপতে। তাকো আগটো জোঙালি নয় গজলাই। চুটি হৈ গৈ আছে সেইডাল। বাটটো হাতী উঠিব পৰাকৈ থানিবৰ লোথাৰে হোৱা নাই জোংডাল। সেইদৰেই থানি থাকোঁতে বেলিও লহিয়াবলৈ ধৰিলে। হাতীটোৱে একোবাৰ তাৰ শুঁৰডালেৰে গজলাৰ হাতত ধৰিব খোজে।

পাৰটো এভোথৰ খনা হ'ল। হাতৰ জোং এডাল পেলাই দিলে গজলাই। আন এডাল লগে। গা ঘামি জোল বৈছে তাৰ। হাতীটোৱে গম পাইছে গজলাৰ আঁচনিটো। অকণমান খনা হ'লত এবাৰ সি সেইকালেই উঠিব পাৰিব বুলি লোপ এটা লৈছিল। নোৱাৰিলে। নোৱাৰেও। ভৰিটো আকৌ সোমাই গ'ল বোকাত। হোৱাসকৈ শব্দ এটা হ'ল।

গজলাৰ খং উঠি গ'ল। "বহ ঐ!"—বুলি সি হাতৰ জোংডাল দাঙি হাতীৰ শুঁৰতে কোৰ এটা দিও যেন কৰিলে। ভাবি দিলে ভয় কৰা অকণমান ল'ৰা এটাৰ দৰে হাতীটোৱে মূৰটো একতীয়াকৈ বৈ গ'ল।

মুখেৰে ক'লে গজলাই,—"বচোন। দেখা নাই মই কৰি আছোঁ। কামটো হ'লে উঠিবিয়েই নহয়!"

বৰ টান কামটো। গাঁৱৰ পৰা কোৰ এখন আনিবলৈ পৰাহেঁতেন, ইমানপৰে হৈয়ে গ'লহেঁতেন; তথাপি সি আঁকোৰগোজ, চলামাৰিৰে পৰত খহোৱাৰ দৰে হৈছে; হাতী এটা উঠি আহিব পৰাকৈ এচলীয়া খাল এটা খান্দিছে গছৰ সৰু ডাল এটাৰে!

কিন্তু উপায় নাই। হাতীটো এতিয়া শান্ত। শুঁৰত, গাত হাত বুলাই সি তাক মৰমো দিছে মাজে-মাজে।

তাৰো ভাগৰ লাগিল এসময়ত। হাতৰ তলুৱা বিষাইছে। ইফালে আন্ধাৰো হৈছে ভালকৈয়ে। হাতৰ জোংডাল থৈ বহিল এখন্তেক। হাতীটোক ক'লে,—"অকণ ৰ দেই, হাত বিষাইছে। নোৱাৰা হৈছো আৰু। অকণমান জিৰাই লওঁ।"

আঁঠু দুটা হাতেৰে সাৱটি ধৰি তাতে মূৰটো থৈ গজলাই জিৰাব খুজিলে অলপ সময়। তেনেকৈ থাকোঁতে তাৰ টোপনি ধৰিলে; কিমান সময় গ'ল ক'ব নোৱাৰিলে। কোনোবা এসময়ত লালকাল হৈ একালে বাগৰি পৰিছিল। হাতীটোৱে শুঁৰেৰে হেঁচুকি দিলে। গজলাই সাৰ পাই উচপ খাই উঠিল! অচিনাকি যেন পৰিবেশটোত নিজকে চম্ভালি লওঁতে এখন্তেক সময় লাগিল।

"এস এস, মোৰ টোপনি ধৰি গ'ল অ', বুইছ। ৰবি তোক তুলি লওঁ।"—বুলি আকৌ সি কামত লাগিল।

হাতীটো উঠি আহিব পৰাকৈ খালটো খন্দা হওঁতে ক্ষেহুঁজালি দিবৰ হ'লগৈ। গজলাই হাত এখন মেলি মাতিলে হাতীটোক,—"আহ"।

হাতীটোৱে শুঁৰডাল আগবঢ়াই দিলে। গজলাই আগটো খামোচ মাৰি ধৰিলে। তাতে ধৰি সি যেন হাতীটো টানিহে তুলি আনিব! হাতীটোৱে সঁহাৰি দি উঠিবলৈ চেষ্টা কৰিলে। সহজ পৰা নাছিল। "আহ আৰু উঠি!" বুলি গজলাই বলেৰে টানিলে এইবাৰ। হাতীটোৱে সোঁ ভৰিটো দাঙিছিল, সলাই বাওঁভৰিৰে দোপ ললে। ডুবাবমান দোপ লৈ এনময়ত উঠি আহিল। অলপ-অলপ পোহৰ হৈছে তেতিয়া।

গজলাই মৰমতে হাতীটোক গাত হাত এখন বুলাই ক'লে "ইস, গোটেই বোকা দেখোন অ' তোৰ গাত! বচোন..." বুলি কেউফালে ঘূৰিবলৈ লৈ চকুত পৰিল, হাতীটোৰ সোঁ ভৰিটোৰ ওপৰফালে বিৰাট ঘা এডোখৰ। গজলা বৈ গ'লে। সুধিলে, —"এয়া কি হ'ল তোৰ?"

সুধি হাতেৰে ঘাকণৰ ওপৰৰ বোকাবোৰ ওচাই দিব খুজিলে। হাতীটো জিকাৰ খাই উঠিল যদিও লৰচৰ নকৰাকৈ থিয় হৈ থাকিল। সকলি হৈয়ে হাতীটোৱে লৰ মাৰিব লাগিছিল। নামাৰিলে।

গজলাই তাৰ কাণ এখনত ধৰি লাহেকৈ টান এটা মাৰিলে জুৰিটোৰ ফালে। ক'লে "বল, ধুই দিওঁগৈ ঘাডোখৰ।" হাতীটোৱেও সেও মানি খোজ দিলে।

গজলাই কৈ গ'ল, "মই বুজিছো, সেইটো শলখী চোৰাং চিকাৰীহঁতৰ কাম। তোৰ গাত গুলী লাগিল, নহয়নে? কেতিয়া বা লাগিল তই চাগৈ মনে কৰিব নোৱাৰ কেনেকৈ!"

জুৰিৰ ওচৰ পাই গজলাই দীঘল চাই বন একোছা উঘালি ললে। গাৰ গামোচাখন পানীত তিয়াই আনি ঘা ডোখৰৰ ওপৰত চেপি দি বন কোছাৰে লাহে-লাহে মোহাৰি দিলে। ঘা পকিছে। বিষত হাতীটো বেচেৰা কোঙা হৈ পৰিছে। গজলাই ধৰিব পাৰিছে জঁক উঠি বলিয়া হোৱাৰ গুৰিতে এই গুলীটো। এটা হ'লে ভালেই আৰু বা কেনি আছে।

"তোৰ দাঁত দুটাই কাল হ'ল বুইছ। সেই দুটাৰ বাবেই তই মৰিবলৈ ওলাই-ছিলি। ভাগ্যে নমৰিলি। সেইবুলি ইমানটো জঁক উঠিল নে তোৰ, ইমানবোৰ মানুহ মাৰি পেলালি!" ঘা ডোখৰ ধুই আছিল কথাৰ মাজতে গজলাই।

"সেই ঘৰকেইখনত কি হৈছে এতিয়া তই কেনেকৈ জানিবি! অমাত জীৱ...।"

পোহৰ হৈছে ভালকৈ। গজলাই হাতীটোৰ শুঁৰডালৰ ওপৰত লাহেকৈ চাপৰ

এটা মাৰি ক'লে,—"অকণ ব ইয়াতে। মই দবৰ এটা লগাই দিও পালে। তই পৰচৰ নকৰিবি।"

এইবুলি কাষতে ইফালে-সিফালে বিচাৰি বনৰীয়া কচু তুজোপামান উঘালি আনিলে গজলাই! বিহলঙনি বিচাৰিছিল, নাপালে। সি কচু উঘালি থাকোঁতে হাতীটোৱে ঘূৰি চাইছিল তালৈ এবাৰ। "ব, পাইছো…" বুলি গজলাই তাক যেন এটি চাবনিহে ক'লে।

শিল আছিলেই ওচৰে-পাজৰে। বহল চাই এচটা পাতি আন এটাৰে কচু কেইডাল থেতালি ললে সি। হাতেৰেও মোহাৰি থচিলে অলপ। থচি দা তোখৰৰ ওপৰত সানি দিলে আধাখচা লেপটো। সি ক'লে, "ভালকৈ খুন্দিব নোৱাৰিলো অ'! হ'ব চ ইয়াৰেই। তোক ঘৰলৈ লৈ যাব পৰাহেঁতেন ছুদিনতে ঘা শুকাই যোৱাকৈ দৰব লগাই দিলেহেঁতেন চেনিকায়। পিছে নিনিও বুইছ। গাঁৱৰ বাহিৰে বেৰি ধৰি কোঢ়াল লগালে আকৌ জক উঠিব পাৰে তোৰ। তই হাবিলৈকে ঘূৰি যাবিগৈ দেই। মানুহৰ মাজলৈ নাহিবি আৰু…।"

হাতীটোৱে জিকাৰ মাৰি দিছিল দুবাৰমান গজলাই তাৰ দিলে,—"বহ চ। ধৰিবই কচুৱে অকণমান। অমৃৰি নকৰিবি…"

হাতীটোৰ চকুলৈ চালে এবাৰ গজলাই। কাণখন দাঙি থৈছে হাতীটোৱে। শুঁৰডালেৰে সি গজলাৰ বাউসীত চাপ এটা দিলে। হাতখন এওৰাবৰ বাবেই নেকি। আমনি পাই গজলাই আকৌ টানকৈ ক'লে। "উস্ বৰিচোন, হ'লেই। তইহে ভাল পাবি। বিষটো কমি যাব। একেবাৰে ভাল হৈ যাব ছুদিনমানতে। মানুহ আৰু লামাৰিবি দেই তই।"

গজলাৰ কথা কেইটা শেষ হ'ল কি নহ'ল, গুৰুমকৈ কাণ ফটা শব্দ এটা হ'ল। কেনি কি হ'ল গজলাই টিংকিবই নোৱাৰিলে। জিকাৰ থাই হাতীটোৱে বিকট চিঞৰি এটা মাৰি মূৰটো উফাল মাৰি দাঙি দিলে এফলীয়াকৈ। তাৰ দাঁত এটাই গজলাৰ মূৰত কোব মাৰি দিলে! গজলা ছিটিকি পৰিলকৈ একেবাৰে জুৰিটোৰ ওচৰত মুখ থেকেচা খাই। যিতে পৰিল তাতে থৰ হৈ পৰি থাকিল সি। মূৰটো তাৰ, ঠিক মাটিত পৰি পৰা বেল এটাৰ দৰে ফাটি গ'ল। তেজ হোৰোকা তেজ ওলাই জুৰিৰ পানীৰ লগত বৈ যাবলৈ ধৰিলে।

হাতীটোও লাহে লাহে, প্ৰথমতে আঁঠু কাঢ়ি বহি, পাছত বাগৰি পৰিল। শুঁৰডাল দীঘলকৈ মেলি দিলে। আগটো গজলাৰ ভৰি চোঁও-চোঁও হৈছিলগৈ। দুআঙুলমান আঁতৰত থাকিল।

গোটেই বাস্তিটো বিচাৰিছিল চিকাৰীজনে। আগদিনা গজলা হাবিলৈ আহি ঘূৰি নোযোৱা কথাটো গাঁৱত গম পাইছিল। গাঁৱৰ মানুহে কাঠ-কয়লা চাবলৈ অহা মানুহ এটাৰ নাম গজলা বুলি কৈছিল। হাতীৰ কোনো উমঘামেই নাছিল। বন্দুক কঢ়িওৱা মানুহজনৰ লগতে গাঁৱৰ মানুহে দেখুৱাই দিয়া পোনেই চিকাৰী আগবাঢ়িছিল। বাস্তি গাঁৱত কন্দা কটা। গজলা বোলা ডেকাজনৰ ঘৈণীয়েক বাউলী হৈ আছে।

চৰকাৰে হাতীটো মাৰিবলৈ অনুমতি দি ঘোষণা কৰাৰ পাছৰ পৰাই সাজু হৈ আছি চিকাৰী, এয়া লোকমোকালিতে এইখিনি পাইছিলহি। টিলাটোৰ ওপৰ পাওঁতেই দেখিলে হাতীটো একেঠাইতে থিয় হৈ আছে। কি কৰিছে জনাৰ আগ্ৰহ নাই চিকাৰীৰ। সময় যাবলৈ দিব নোৱাৰি!

ভালকৈ টোৱাই মূৰত সোমোৱাকৈ গুলীটো মাৰি দিলে। দি মাথোঁ ভাবিলে বলিয়া হাতীটো এনেকৈ থিয় হৈ থাকেনে নিৰ্বিকাৰ হৈ!

একেটা গুলীতে হাতী বাগৰি পৰিল, তথাপি চিকাৰীয়ে অতি সন্তৰ্পণে আৰু তুখোজমান আগবাঢ়ি গ'ল। নিৰাপদ দূৰত্বৰ পৰা আৰু এটা গুলী মাৰিলে। হাতী অসাৰ হৈ পৰি থাকিল!

মহা উল্লাসেৰে চিকাৰী আগবাঢ়ি একেবাৰে ওচৰ পালেহি। তেতিয়ালৈকে মন কৰা নাছিল। নিচেই কাষ পাইহে হাতীটোৰ গাৰ আৰত সিফালে পৰি থকা মানুহটো দেখিলে।

"বলিয়া হাতীটোৱে, দেখিলি, আৰু এটা মানুহ মাৰিলে। এইটোৰে সাতটা হ'ল।" চিকাৰীয়ে লগৰ মানুহটোক ক'লে।

বন্দুকৰ শব্দ গাঁৱৰ মানুহেও শুনিছিল। দ্বিতীয় গুলীটোৰ শব্দ শুনিয়েই কেইবাটাও ওলাল গজলাৰ খবৰ কৰিবলৈ।

# অকলে অকলে

"যাওঁ অ' আজি বহুত দেৰি হ'ল।"

"নাই হোৱা ব। বহ আৰু অলপ সময়।"

"নবহোঁ অ'। তই থাই বৈ শুই থাক। কাইলৈ আহিমেই।" বুলি বাসু যাবলৈ ওলাল। থিয় হৈ ভিতৰলৈ চাই মাত লগালে—"ভাত হ'ল নে অ' ভন্তি?"

"হৈছে চাৰ. দেউতাই কলেই বাঢ়ি দিম।"

"দে. মইয়ে কৈছোঁ। তই পুৰাই যাবি দেই। মোৰ ঘৰত আছে জানো?"

"আছে হ'বলা। নাই জানো. ভন্তি?" গৃহস্থই মাত দিলে।

ভন্তিয়ে মাতিবলৈকে নাপালে। বাসুৱে ক'লে··· "নাই. মই বুজিছোঁ। থাকিলেও পুৰণি হ'ল সেইবোৰ! কাইলৈ এবটল কিনি আনিবি. বুইছ ভন্তি। বাতিপুৱাৰ বাবে অকণমান আমাৰ ভাৰ পৰাই লৈ আহিবি।"

ভাল চাৰ।"

"তই আৰু বাপ আহিলে এইবোৰ কথা নকবি দেই।"

"কি কথা?"

"এই যে. ক'লা তুলসীৰ ৰস আৰু মৌ খাইছোঁ। সি দঢ়াই দঢ়াই কৈছে. দৰকাৰ হলেই মই যেন ডাক্তৰক দেখুৱাই দৰব খাওঁ।"

"দেখুৱাইছ জানো?"

"দেখুওৱা নাই। এইদৰেই ভাল পাইছোঁ দেখোন। এতিয়াহে কাহটো কমিছে।"

"কাহটোৰ বাবেহে মইয়ো তুলসীপাতৰ ৰস খাবলৈ কৈছোঁ।"

"হলেও. সি ইমান খবৰ লৈ থাকে···।"

"হ'ব বাৰু। তই এসপ্তাহমান মোৰ ঘৰবাটোকে খাই চা ছোন।" বুলি কৈ বাসু গুছি গ'ল।

বাসু যোৱাৰ ফালে একেথৰে চাই থাকিল বহুত পৰ দীননাথে। বাসুক আৰু বিত নেদেখা হ'ল। তথাপি যেন বহুত দূৰত বগা কামিজ এটা পিন্ধি থিয় হৈ আছে এনে লাগিল দীননাথৰ।

"ভাত বাঢ়ো নে দেউতা ?" ভৰৰ মাত শুনি দীননাথৰ চেতনা ঘূৰি আহিল

"বাঢ়ৈগে যা।" বুলি কৈ আকৌ সুধিলে—"কিনো বান্ধিছ আজি ?" প্ৰশ্নটো কৰিলে। উত্তৰ বিচৰাও নাছিল, প্ৰয়োজনো বোধ কৰা নাছিল। তথাপি গতানুগতিক ভাৱেই ভৰই উত্তৰ এটা দিলে। "মাছ আছে। চাৰে, মাণ্ডৰ মাছ আনি বান্ধিবলৈ কৈছিল।"

বাসু উঠি যোৱাৰ পিছৰ পৰাই ঘৰখন নিমাত মাত হৈ গ'ল। নিঃসাৰ, নীৰৱতা ভাঙিবৰ বাবেই দীননাথে ইটো সিটো কথা সোধে। ভৰইও যি আহে কৈ যায়।

ভৰই জানে, দেউতাৰ শুবৰ হোৱা নাই। খাই বৈ উঠি বেৰৰ ছবিৰ লগত কথা পাতিব কিছু পৰ। কিবা কিতাপ এখন মেলিব। মেলিব মানে, একে ঠাইতে চিন দি থোৱা থাকে চাৰি পাঁচ দিন। ভৰই দেখিছে।

চক্ কাণ মুদি ভাত কেইটা খাই ঘৰ সামৰিবলৈ কলে ভৰক। বিছনা পাৰি থৈছে ভৰই আগতে।

শোৱা কোঠাৰ বেৰত এনলাৰ্জ কৰাই অনা বিমলাৰ ফটোখন আছে। পাঁচ বছৰেই হ'ল নেকি বিমলা ঢুকোৱা। সেইখনৰ কাষত থিয় হৈ একে থৰে চাই থাকিল ছবিত থকা ঘৈণীয়েকৰ মুখলৈ। সেইদৰেই যেন কিবা এটা যোগাযোগহে কৰিলে কিছু সময়।

এসময়ত দীঘলকৈ উশাহ এটা লৈ বিছনাত উঠিলগৈ দীননাথ।

ল'ৰা ডাঙৰ হৈছে এতিয়া। ডাঙৰ চাকৰি কৰে। বিয়াও কৰাইছে ডাঙৰ মানুহৰ ছোৱালী। থাকে ৰাজধানীত।

ছোৱালী একেজনী। তাইকো বিয়া দি উলিয়াই দিলে ভাল ঘৰতে। সন্তান সিমানেই। সুখী পৰিয়ালৰ ঢাক-ঢোল যোৰ বজাৰ আগতেই দীননাথৰ পৰিয়াল সিমান সৰু আছিল। নিজে কৰা চাকৰিও তেনেকৈ দলিয়াই পেলাব পৰা নাছিল। এতিয়া পেঞ্চনৰ লগতে পুতেকে পঠিওৱা টকাৰে অকলশৰীয়া দীননাথৰ সুন্দৰকৈ চলি যায়।

সেই অকলশৰীয়া কথাটোতে যি টান।

ভয় আছে। আছে মানে বহুত দিনৰ পৰা আছে। তাৰ পৰিয়ালটোও থাকে সৰত। সেইটো পৰিয়ালো চলি আছে ভয়ৰ আৰ্জনত। তাৰো কিবা এটা মোহ উপজিছে হ'বলা দীননাথৰ ওপৰত। বিমলা ঢুকোৱাৰ পিছৰ পৰা সেই মোহ এক প্ৰকাৰ আকৰ্ষণলৈ সলনি হ'ল। সি কোনোমতে এৰি থৈ যাব পৰা নাই দীননাথক।

সকলো সময়তে লগ দিয়ে বাসুৱে। বৰ পুৰণি বন্ধু ... অনুৰক্ত তেওঁৰ কিন্তু পৰিয়াল ডাঙৰ। ছোৱালী কেবাজনীও। সঁৰাৰ পঢ়াশুনা বৰ সুবিধাৰ নহ'ল। কবে, সিহঁতেও সৰু সুৰা চাকৰি বাকৰিত ধৰি, অৱসৰ লোৱা দেউতাকক সাধ্যমতে সহায় কৰিছে। হলেও বৰ স্বচ্ছল নহয় ঘৰখন। হলে কি হ'ব, দীননাথে ভাৱে পৃথিৱীৰ প্ৰতিটো পৰিয়াল যদি বাসুৰ পৰিয়ালটোৰ দৰে হ'ব পাৰে শান্তি শান্তি বুলি কোনেও হাবাথুৰি খাব নালাগিলহেঁতেন। তেওঁৰ সেই ধাৰণাৰ কাৰণে পিছে কাহানিও কাকো দিব লগা হোৱা নাই।

বাসুৱে লগ দিয়েহি নিতৌ দীননাথক। গধুলি অলপ সময় খোজ কাঢ়ি তুয়ো। লোৱা কেইদিনমান সেইটো কাম কৰা হোৱা নাই। দীননাথে কিবা দুৰ্বল দুৰ্বল অনুভৱ কৰিবলৈ লৈছে। বিশেষ অসুখ একো নাই। অলপ গৰম হয় হ'বলা গা-ৰ। তাৰ ওপৰত কাহ এটাই লগ লৈছে যোৱা দুদিন।

"বাপে বৰকৈ লেখিছে বুইছ, মই যেন যত্নৰ অকণো হেলা নকৰো।" বাসুক কৈছিলে কথাটো। পুতেকে বোলে ঘনাই লিখি আছে। দেউতাকৰ খবৰ কৰি। অসুখ বিসুখ হলেই যেন ডাক্তৰক মতাই অনায়। খোৱাবোৱাত যেন অকণো আও-কান নকৰে। গাখীৰ আছেনে? সৰহকৈ খায় যেন...!

"ছোৱালীয়ো বৰ খবৰ, অ'। তায়ো লিখিছে মই যেন নিজৰ যত্ন লবলৈ নাপাহৰো...।"

"নলব কেলেই। সিহঁতেও এটা দয়িত্ব নাই জানো! তই পিছে ক'তো ডাক্তৰ মতোৱা বুলি মই দেখোন গমেই পোৱা নাই"

"অসুখটো কি মোৰ? ডাক্তৰ যে মাতিব লাগে?"

"অৱশ্যে সেইটো হয়। হলেও, বৰ দুৰ্বল যেন দেখিছো তোক মোৰ কেইদিন মান।"

"সেইবোৰ একো নহয় বুইছ।" এদিন যাবই লাগিব। তাকে লৈ খৰকৰাই থাকি কি লাভ?"

"যোৱাৰ কথা উঠিল কেলেই? থাওঁতে কোননো নোযোৱাকৈ থাকিব পাৰে।

সেইবুলি, এতিয়া সেইবোৰ কথা ভ্ৰাবৰ হোৱা নাই। অকলে থকা বাবে তই যিহকে তিহকে ভাবি থাক হ'বলা। বাপলৈকে চিঠি এখন নিদিয় কিয়? বোৱাৰীকে পঠাই দিয়ক কিছুদিনৰ বাবে। নহলে, তয়ে যা তাত থাকি আহগৈ অলপ দিন…।"

দীননাথৰ বুকুত হঠাৎ খুন্দা এটা খোৱা যেন লাগি গ'ল। সেইবাবেই নে কি, উত্তৰটো দিওঁতে এখন্তেক পলম হ'ল. "এৰা তাকে কৰো নে কি! সিহঁতেও বৰ ভাল পাব…।"

বাসুৱে তেতিয়াও বন্ধুৰ নাছিল কিমান পলম হৈ গ'ল. পিছদিনা পুৱাই ভৰ গৈছিল। পিছে পোণে পোণে ক'লা তুলসীৰ পাত ছিঙিবলৈ নাগে ভিতৰলৈ সোমাই গ'ল. বাসু বেগেতে এবাৰ যাব লাগে। দেউত উঠিবই পৰা নাই. মাতে প্ৰায় নোলোৱাৰ দৰেই।

লবালবিকৈ ওলাই গ'ল বাসু। মাজুটো পুতেকক কৈ গ'ল ডাক্তৰ দত্তক এবাৰ যেনে তেনে তালৈ লৈ যাব।

বাওঁহাতেৰে লাহে লাহে বুকুখন মোহাৰি আছে দীননাথে। বাসুক দেখি অকণমান হাঁহিব খুজিলে; কিন্তু বুকুৰ যন্ত্ৰণাই হাঁহিটো এটা নীৰৱ কান্দোন হে কৰি পেলালে।

"কি হ'ল অ' পুৱাই?" অলপ পাতল আৰু সহজ হ'ব খুজি মাত দিলে বাসুৱে।

ডাক্তৰ দত্ত আহিল। চাই মুখখন দেখ নেদেখকৈ বিকটাই দিলে. বাহিৰলৈ আহি বাসুক ক'লে পুতেকলৈ খবৰ এটা দিয়ক; হাৰ্টৰ কথা।' বাতি এটা কোমল এটেক হৈ গ'ল বোলে। আনবোৰ কথা সিমান টান নহয়। নিয়মীয়াকৈ দৰৱ কেইটা খাই থাকিলেই হ'ব.

"তাৰ ঠিকনাটো ভালকৈ জাননে ভৱ? যাহোক তাৰ চিঠি এখনকে বিচাৰি আন…"।

ভৱ থিয় হৈয়ে আছিল। "কি হ'ল?" সুধিলে বাসুৱে।

"কৰ চিঠি আছে চাব! বাপে কাহানিও চিঠি নিদিয়ে, দেউতালে।"

এইবাৰ বাসুৰ নিজৰে হাৰ্ট এটেক হওঁ যেন হ'ল। "খেৎ, দিয়ে। যাহোক তই সি নেদেখাকৈ মেজৰ ওপৰত বিচাৰি চাগৈ।" বাসুৱে বিশ্বাস কৰিব পৰা নাই ভৱৰ কথা। উৰাইও দিব নোৱাৰিলে।

"এইখনকে চাওক চাব।" ভিতৰৰ পৰা হাতত বগা খাম এটা লৈ ওলাই আহিল ভৱ। "মোক কিন্তু দেউতাই এতিয়াই দিবলৈ হাক দি থৈছিল।"

খামটো হাতত লৈ বাসু অবাক হৈ গ'ল। ওপৰত লেখা আছিল—"এইখন বাসুক দিবি। আজিয়েই নহয়।"

"কেতিয়া দিবা...?"

"হ'ল কেইদিনমান চাব।"

আগকালে ওলাই আহিল বাসু। চকী এখনত একোষৰাত্মাকৈ বহি লৈ খামটো খুলিলে। চিঠি এখনৰ মাজৰ পৰা তিনিখন চেক সৰি পৰিল মাটিলৈ। বুটলি লৈ দেখে কেউখন চহী কৰা, কিন্তু কোনো পৰিমাণ ভৰোৱা নাই।

"অবাক হ'বি বুজিছোঁ। পিছে মোৰ কোনো উপায় নাই। মোৰ জ্ঞান থাকোঁতেই চিঠিখন লিখিলোঁ। তোক মই ইমান দিনে মিছা কথা কৈ আছিলো। বাপৰ মোৰ বিষয়ে কোনো চিন্তাই নাই। মই লিখা চিঠিৰ কোনো উত্তৰেই দিয়া নাই সি যোৱা প্ৰায় তিনি বছৰে। বৰ হেপাহেৰে বিচাৰিছিলো মোক এবাৰ লৈ গৈ লগতে ৰাখক গৈ। বোৱাৰীয়ে নিশ্চয় জঞ্জাল হ'ব বুলি ভাবিলে। সি আকৌ বোৱাৰীয়ে হুকুম নিদিলে একোকে নকৰে।

"চেক তিনিখন চহী-কৰি থলোঁ। তাৰিখ দিয়া নাই। বেংকত কি, পইচা আছে। পাছবুকখন ভৰাই দিব। তিনিভাগ কৰি সময় থাকোঁতেই উলিয়াই থবি। একভাগেৰে মোৰ সকাম পাত যদি তয়ে বা তোৰ লবাৰ হতুৱা কৰাবি। অৱশ্যে যদিহে সি ইচ্ছা কৰে। এভাগ ভৰক দিবি। আৰু আন ভাগ তোৰ সৰুজনী ছোৱালীৰ বিয়াত খৰচ কৰিবি। মোৰ উপহাৰ সেইটো তাইলৈ।"

ইতি বুলি সেইখিনিতে শেষ কৰি থোৱা আছে চিঠিখন। বাসু জাপ মাৰি উঠিল। অলপ ডাঙৰ কৈয়ে মাতিলে "ভৰ।" ভৰ পিছফালেই থিয় হৈ আছিল। দীননাথৰ চোৰ্পনি। সি বাসুৰ চিঠি পঢ়া চাই আছিল। বাসু বৈ গ'ল খতমত খাই।

"চাৰ ?"

"এইবোৰ কি কথা ?"

"কি কথা নো চাৰ ?"

বাসুৱে ভিতাতে একো ক'ব নোৱাৰিলে। উত্তেজনা অলপ শাম কাটিলত সুধিলে "বাপে চিঠি দি থকা বুলি যে তোৰ 'দেউতা'-ই মোক কৈ থাকে, মিছা তেনেহলে ?"

ভৰই একো নামাতিলে। পিছত ক'লে "মাজে মাজে টকা পঠাইছিল দুবছৰ মানৰ আগলৈকে। ময়ে বেংকত জমা দি থৈ আহোঁগৈ। এতিয়া কোনো খবৰেই নাই। তাকে কৈ দুখ কৰে দেউতাই...।"

"কিয়, কি বুলি কয় তোক ?"

"মোক একো নকয় চাৰ। আইৰ ছবিখনক কয়। বৰ হেপাহ কৰি আছিল নেদেখা নাতিটোক এবাৰ চাবলৈ। মই কেতিয়াবা শুনো তুৱাৰ মাৰিবলৈ আহোঁতে।"

বাসুৰ মুখৰ মাত নোলাল। কঁৰ নোৱৰাকৈয়ে কিন্তু চকুৰ পৰা দুধাৰ পানী বৈ আহিল। তাৰে এটোপ পৰিল হাতত লৈ থকা চিঠি আৰু চেকৰ জাপ টোত। ওপৰৰখনৰ চহীটোতে পৰিল। নবাপৰিকৈ মছিবলৈ গৈ চহীটোকে মোহাৰি পেলালে।

সেইবাবে অকণো উদ্বেগ দেখা নগ'ল বাসুৰ মুখত। পিছত ভৱক সুধিলে-"ইয়াত কি লেখা আছে, তই জান নহয় ?"

"নাজানো চাৰ।"

"বাৰু থ এতিয়া। মই আবেলি আহিলে বুজাই দিম! তই ঘৰতে থাকিবি। এই দৰৰ কেইটা মই নালুকে আনি দিবলৈ কওঁগৈ। দৰৰতকৈ জিৰণিহে লাগে তাক সৰহকৈ। কোনো আমনি নোপোৱাকৈ।"

আচলতে ঘৰত আলোচনা কৰিলেগৈ বাসুৱে গোটেই কথাটো। ঘৰত লোৱা সিদ্ধান্তটো ভৱক জনাই দিলে। যেনে তেনে বাপৰ ঠিকনাটো বিচাৰি উলিয়াব লাগে। চিঠিয়েই হওক বা টেলিগ্ৰামেই হওক এখন পঠাব লাগিব। "সি আহি যি কৰে কৰিব। তোৰ ভাগটো বাপ অহাৰ আগতে উলিয়াই দিম নেকি ? ই দুখন চেক কাটি মই বাপলৈ পঠাই দিম। বুজে যদি বুজিব।"

"মোকো ধনৰ ভাগ নালাগে চাৰ বেলেগ। পাৰলগা কেইটা পালেই হ'ব। মই দেউতাৰ মনৰ দুখটো দেখি আহিছো নহয়...।"

"কি দেখিছ ?"

"একোদিনা চকুপানী টোকে চাৰ, ছবিখনৰ আগত। দুখ কৰে বোলে আমি তে একো বিচৰা নাই সিইতৰ পৰা। বোপাই বুলি ভাবিও পৰিয়ালটো এবাৰ আনিব নোৱাৰে জানো সি ? ছোৱালীৰ কোনো খবৰেই নাই।"

অলপ সময় মনে মনে থাকি বাসুৱে আকৌ সুধিলে "তই মোক চিঠিখন যে দিলি, সি গম পালে নেকি ?"

"নাই পোৱা, চাৰ।"

"ভালেই হ'ল। একো জানিবলৈ নিদিবি তাক। বুলি কৈ বাসু ভিতৰ সোমাই গ'ল।

প্ৰায় অচেতন যেন হৈ থকা দীননাথৰ ওঁঠ দুটা লৰি আছে। কাৰবাক কিবা

কৈছে আছে যেন। বাসু ওচৰ বাপি গ'ল। ধেমালিৰ সুৰত সুধিলে— "কি অ', কিবা পদ্য মুখস্থ কৰিছ নেকি ?"

দীননাথে চকু দুটাহে মেলিলে। উত্তৰ হ'লে একো নিদিলে। বাসুৱে এনেয়ে দীননাথৰ মুখৰ ওপৰেদি হাতখন বুলাই আনিলে। তাকে ক'ৰ অনুমান কৰিলে দেহাতকৈও মনৰ ভিতৰত হোৱা হাহাঁকাৰেহে দীননাথক বেছি দুৰ্বল কৰিছে। মানুহটোৱে সমগ্ৰ সত্তাৰে ইচ্ছা কৰিছে মৃত্যু ওচৰ চাপক।

বাসুৱে বৰ সন্তৰ্পণে সুধিলে—"বাপলৈ খবৰ এটাকে দিওঁ, কি বোল ?"

মূৰটো জোকাৰি নালাগে বুলি ক'লে। তাৰ পিছতে ভগ্ন কণ্ঠেৰে ক'লে — 'নালাগে দে, ভাল হৈ যাম। সিহঁতে মিছাতে চিন্তা কৰি থাকিব।" বাসুৱে কাণখন দীননাথৰ মুখৰ কাষলৈ আনিব লগা হৈছিল সেই কেইটা কথাকে শুনিবলৈ।

ইচ্ছামৃত্যু সঁচাকৈয়ে হয় নে বাৰু ? নিজকে সুধিছিল বাসুৱে। দীননাথৰ যেয়ে হ'ব যেন লাগিছে। ৰক্তচাপৰ বাবে ডাক্তৰে নিহা দিছে। বাসুৱে ইটো সিটোক লগাই বাপৰ ঠিকনাটো বিচৰাইছে। ভৱই মাত এবাৰো নিদিয়াকৈ সকলো কাম কৰি গৈছে।

বাপে কৰা চাকৰিটোকে ধীয়াই শেষত চিঠি এখন লিখিলে বাসুৱে। যেনে তেনে এবাৰ আহিবলৈ ক'লে। চেক দুখন পঠাব বুলি ভাবিছিল যদিও নপঠালে। চিঠি-খনেই পাওকছোন বাৰু আগতে। হলেও দীননাথে লিখা যেহৰ টকাৰ কথাবো ইংগিত এটা দিলে, ভৱক দিব লগা কথাটো তুলি। সোনকালে আহি সকলো দায়িত্ব লওক হি বাপে।

পিছে চিঠিখন নাপালে চাগৈ। চিঠিখন লিখাৰ বাৰদিনৰ দিনা দীননাথ ঢুকাল। বাসু আছিল। শেষৰ ফালে ভ্ৰম হৈছিল। তাৰ মাজতে কোৱা এবাৰ কথা বাসুৰ হৃদয়ত বাজি থাকিল। বিমলীক কৈছিল—"অকলেই পাৰিম বুইছা বিমলী। অকলেই লৈ থাকিম তোমাৰ ওচৰলৈ।"

বাসুৱে নিজেই কৰিলে সকলো কাম। শ্মশানৰ পৰা ঘূৰি আহিয়ে টেলিগ্ৰাম এখন পালে। বাপৰ। বেংকত দেউতাকৰ নামত থকা টকাৰ পৰিমাপটো সুধি পঠাইছে।

# বেৰত তেজৰ দাগ

বাতৰিটো সেইদিনাৰ কাগজত ওলোৱা বিজ্ঞাপনখনৰ পৰাহে গম পালে ভাগৱতীয়ে। শ্ৰাদ্ধ উপলক্ষ্যে পুতেকহঁতে মাকৰ প্ৰতি শ্ৰদ্ধাজ্ঞাপন কৰি কেবাখনো কাগজৰ প্ৰথম পৃষ্ঠাৰে এচুকত ডাঙৰকৈ, বিয়োগ বাতৰিৰে সৈতে, বহুত বিশেষণেৰে মানুহ গৰাকীৰ গুণ বৰ্ণাই একোখনকৈ বিজ্ঞাপন তৰিছে। পাৰিছে তেওঁলোকে। তেনেকৈ বিজ্ঞাপন দিয়াৰ ক্ষমতা আছে।

মানুহ গৰাকীক শেষবাৰৰ বাবে ভাগৱতীয়ে ঠিক যেনে দেখিছিল, অজিৰ ছবিখনতো অবিকল একে ৰূপতে দেখিছে। ফটোখন চাগে তেতিয়াই তোলাইছিল কোনোবা এজন পুতেকে। ভাগৱতীয়ে ভাবি আচৰিত হৈছে লুকাই থকিকা যেন হোৱা এই মানুহ গৰাকীৰ দেহাৰ কোনখিনিত জীৱটো সোমাই আছিল!

পাঁচ বছৰৰো ওপৰ হ'ল। সেইবাবেই মানুহ গৰাকীৰ বৰপুতেকে ভাগৱতীক অপমান কৰি পঠাই দিছিল। মাকৰ চকুপানীলৈ কেৰেপ নকৰি পুতেকে কৈছিল বোলে পূজা-পাতল নকৰিবলৈ ঠিৰ কৰা কথা জানিও মাকে এনেকৈ বামুণ এজনী মতাই আনি বিষ্ণুপূজা কৰাই ভাগৱত পাঠ কৰোৱা কথাটো গাঁৱৰ মানুহে শুনিলে ছি ছি কৰিব!

কিন্তু বিভূতিত সেইদিনা পুতেক নগৰৰ ঘৰৰ পৰা গাঁৱলৈ গৈছিল। যোৱা প্ৰায় দহবছৰ সেই কাম ভাগৱতীয়ে, সেই বিশেষ দিনটোত কৰি আহিছিল। কোনেও কাহানিও ঘৰখনৰ মূল মানুহ গৰাকীৰ ইচ্ছাত বাধা দিয়া নাছিল। বৰপুতেকো মাজে সময়ে গাঁৱৰ পুৰণা ঘৰলৈ গৈ থাকে যদিও এই দিনটো কেনেবাকৈ এৰা পৰিছিল।

ভাগৱতীও গাঁও এৰি নগৰত ঘৰ সাজি থাকিবলৈ লোৱা পুতেকৰ ঘৰলৈ উঠি আহিছিল। তাৰ পৰাই ডুবাৰ নে তিনিবাৰ এই মানুহ গৰাকীৰ নিমন্ত্ৰণ ৰক্ষা কৰি

গাঁৱলৈ গৈ পূজা ভাগ কৰাৰ উপৰিও ভাগৱতৰ কেইটামান আখ্যান পাঠ কৰি আহিছিল। বুঢ়ীয়ে বৰ আথেবেথে ভাত এমুঠি খোৱাৰ যোগাৰ কৰি দিয়ে। আহিবৰ সময়ত নতুন ধুতি এখন আৰু টকা পাঁচটা দক্ষিণা দি সেৱা এটা কৰে। আগেয়ে ধান দিছিল এদোনমান। প্ৰথম ছোৱাত সেইখিনি অতি আগ্ৰহেৰে আনলৈ লৈ আহিছিল ভাগৱতীয়ে। পিছলৈ পুতেক জীয়েকে বাধা দিবলৈ ধৰিলে। ধানৰ কথাতে নহয়, সেইঘৰত পূজা কৰিবলৈ যোৱাটোকে সিহঁতে বেয়া পাইছিল। তাৰ উপৰিও দেউতাকে যজমানি কৰি উপাৰ্জন কৰাৰ প্ৰয়োজনো নোহোৱা হৈছে। বয়স হোৱা বাবেই নহয়; পুতেকহঁতেও ইটো সিটো কামত সোমাই ঘৰ ধৰিব পৰা হৈছে। ডাঙৰটোৱে এয়া নগৰত ঘৰেই সাজিলে।

কিন্তু ভাগৱতীৰ আগ্ৰহ বেলেগ। নগৰৰ পৰা যোৱা কেইবাৰ তেওঁৰ খৰচেই হৈ যাছে, বিলাই প্ৰায় কুৰি টকামান। বুঢ়ীয়ে সেইবাৰ হিচাপ কৰি দক্ষিণা নিদিয়ে। ভাগৱতীৰ পূজা পদ্ধতি আৰু ভাগৱত পাঠে বুঢ়ীক মুগ্ধ কৰিছিল। কিন্তু তাতোকৈও ডাঙৰ কথা, মাঘৰ সেই বিশেষ দিনটো নিৰ্দ্ধাৰণ কৰাৰ কাৰণটো যিদিনা বুঢ়ীয়ে ভাগৱতীক বিবৰি কৈছিল, ভাগৱতীৰ গোটেই গা ঘামিছিল। দিনটো যেন লোৰ তপত শলা এডালেৰে তেওঁৰ বুকুত খাজ মাৰি আঁকিহে দিছিল বুঢ়ীয়ে। তাকে কৰি বোচৰীয়ে বুকুৰ মাজৰ আগ্নেয়গিৰিটোৰ উত্তাপ কমাব খুজিছিল।

এতিয়া আৰু নাই সেই উত্তাপ। হাড়-ছাল আৰু বাকী থকা মঙহ কণৰ লগতে ছাই হ'ল নিশ্চয়। দাহ সংস্কাৰ বা কেনেকৈ কৰিলে পুতেক হঁতে! আজি আদ্য-শ্ৰাদ্ধ বুলি অগণন গুণমুগ্ধ জ্ঞাতি কুটুম্বক. গাইগুটীয়াকৈ নিমন্ত্ৰণী পত্ৰ দিব নোৱাৰি খেদ প্ৰকাশ কৰি বিজ্ঞাপনৰ মাধ্যমেৰেই নাম প্ৰসঙ্গত যোগ দিবলৈ আমন্ত্ৰণ জনোৱা হৈছে। সেই উপলক্ষে আয়োজন কৰা অভ্যৰ্থনাত উপস্থিত থাকি পৰিয়ালৰ সকলোকে আশীৰ্বাদ দিবলৈকো অনুৰোধ জনোৱা হৈছে।

ভাগৱতীয়ে জানে তেওঁ সেইসকল নিমন্ত্ৰিতৰ লেখতো নপৰে। কাগজৰ ছবি-খনলৈ চাই থাকোতে কোনোবা এসময়ত ভাগৱতীৰ চকু দুটাও সেমেকি উঠিল। গাত লৈ থকা চেলেংখনৰ চুক এটাৰে মচি মনে মনে পৰমেশ্বৰক খাটিলে মানুহজনীৰ আত্মাক যেন শান্তি দিয়ে। অপাৰ বৈভৱৰ মাজত থাকিও একান্ত দৰিদ্ৰ হৈ থকা মানুহজনী যে ইমান বয়সলৈকে জীয়াই আছিল. সেইটো আচলতে ঈশ্বৰৰ কিবা অভিশাপ হে আছিল বুলি ভাগৱতীয়ে মনে মনে বিশ্বাস কৰে। নহলে মানুহজনীৰ বুকুত জুইকুৰা জ্বলাই দি থৈ পৰমা মহৰী নিজে ইমান সহজে মৰি থাকিল কিয়?

নিচেই সাধাৰণ অৱস্থাৰ পৰা. পুতেক হঁতক একোখন সাম্ৰাজ্য গঢ়ি দিবলৈ সক্ষম

হোৱা পৰমা মহৰীক ভাগৱতীয়ে ল'ৰা কালৰে পৰা জানিছিল। এটা সময়ত পৰমা মহৰীৰ প্ৰতাপ আৰু খিতাপি গাঁও চেৰাই বহু দূৰলৈ বিয়পি পৰা কথা ভাগৱতীয়ে নিজে দেখিছে। যেনেকৈ তাহানি আঁঠুৰবত পিন্ধা চুৰীয়াৰে, খোজ কাঢ়ি কাঢ়ি গাঁৱৰ পৰা হাতীৰ ডিপো, হাতীৰ ডিপোৰ পৰা ফৰেষ্ট অফিচলৈ বাটকুৰি বোৱা দেখিছিল। এচৰ চাপিব নোৱাৰিছিল ল'ৰাবোৰ। দূৰৰ পৰাই মন কৰিছিল পৰমা মহৰীয়ে মহলদাৰ মহাজনৰ হাতীৰ কামত ঘূৰি ঘূৰিয়ে দিনে দিনে নিজৰ অৱস্থাৰ উন্নতি সাধিছিল। একেটা কামতে লাগি থাকি থাকি এসময়ত পৰমা মহৰীয়ে ল'ৰাৰ গাত নতুন চোলা পিন্ধাইছিল। ঘৰত টিনপাত লগাইছিল। খেতিৰ মাটি বঢ়াই লৈছিল।

আৰু সকলোকে অবাক কৰি এদিন ল'ৰা দুটাক নগৰলৈ পঠাই দিছিল। পঢ়া শুনাও কৰিব, নতুন উপাৰ্জনৰ বাটো বিচাৰিব।

ভাগৱতীহঁতৰ চকুৰ আগতে সিহঁতো ডাঙৰ হ'ল। নিজাকৈ সৰকৈ আৰম্ভ কৰা উদ্যোগ একোটা ক্ৰমে বঢ়াই নি নি আজিৰ এই নদন বদন অৱস্থা পোৱাইছি। অৰ্থই প্ৰতিপত্তি আনে, প্ৰতাপ আনি দিয়ে, সেই সত্য মৰ্মে মৰ্মে উপলব্ধি কৰিছিল ভাগৱতীয়ে। অকল ভাগৱতীয়ে কিয়, অঞ্চলৰ সকলো লোকে। পৰমা মহৰীক দূৰৰ পৰা সকলোৱে সমীহ কৰি চলিছিল। এতিয়া পুতেকহঁতক সেইটো কৰে।

তথাপি যেন কৰবাত কিবা এটা থাকি গ'ল। কিবা এটাৰ অভাৱ বৈ গ'ল। ওৰচা ওচৰি দুখন গাঁৱৰ মানুহ হোৱা বাবেই হয়তো ভাগৱতীৰ চকুত পৰিছিল পৰমা মহৰী আৰু তেওঁৰ পৰিয়ালটোৰ অন্তৰঙ্গ দুৰ্বলতা বৰকৈ নাছিল।

সেইফালৰ পৰা যজমানি কৰি অন্ন সংস্থান কৰা ভাগৱতীয়েই সুখী। সংসাৰত কেউফালে অভাৱৰ ছবি। অভাৱ স্পষ্ট হৈ পৰে কাপোৰ কানিত, অন্নবস্ত্ৰত। ল'ৰা-ছোৱালীৰ শিক্ষা-দিক্ষাৰ কথা ভাবি, সেইবোৰৰ যোৰা মাৰিবলৈ গৈ ভাগৱতী প্ৰায় কোঙা হৈ পৰিছিল।

তেনে এটা সময়তে কোনোবা এটাই খবৰ দিছিল পৰমা মহৰীৰ ঘৈণীয়েকে পাৰিলে এবাৰ যাবলৈ কৈছে। গৈছিল সেইমতে ভাগৱতী। পৰমা মহৰীয়েও গম পাইছিল হয়তো, পিছে মাত মতা নাছিল। অকণমানকৈ খেৰবাহৰ ঘৰ এটা সজাই মহৰীয়নীয়ে পূৰা গধূলি মূৰ দোৱাবৰ ঠাই একণৰ ব্যৱস্থা কৰাই লৈছিল। তাতে বহুৱাই ভাগৱতীক অনুৰোধ কৰিছিল, মাহমাহৰ পাঁচ তাৰিখটো চাই তেখেত যেন পুৱাই আহে যায়। বিষ্ণু পূজা এভাগ কৰি, এক আধ্যা ভাগৱত পাঠ কৰিব। ভাগৱতীয়ে

নিমন্ত্ৰণ ৰক্ষা কৰি বেলেগ বেলেগ ঠাইত ভাগৱত পাঠ কৰি ব্যাখ্যাও কৰেগৈ বুলি ইতিমধ্যে জনাজাত হৈছেই।

তাৰিখটোহে চাব লাগে, তিথি বাৰ চাবৰ প্ৰয়োজন নাই। কথাটো কেনেবা যেন লাগিলেও, ভাগৱতী সন্মত হৈছিল। মাধৱ ঠেটুৱৈ ধৰা আৰতো পৰমা মহৰীৰ ঘৰলৈ গৈ কামফেৰা কৰিছিল গৈ। বুঢ়ীয়ে ভাত এমুঠি খোৱাৰ যোগাৰ কৰি দিছিল। আহিবৰ সময়ত বয়বস্তু কিবা কিবিৰ টোপোলা এটা, ধান এদোণমান, মদকৰা ভাঠ চুৰীয় এখন আৰু টকা এটা দি সেৱা এটাও কৰিছিল। লগতে কাবৌ কৰিছিল আগলৈ প্ৰতি বছৰেই সেই দিনটো যেন "ভাগতি বাপু"য়ে মনত ৰাখে।

সেয়া প্ৰথম পৰ্যায়ৰ কথা। পৰমা মহৰীয়ে ঘৰ দুৱাৰ আহল বহলকৈ সজাবলৈ লৈছে। বাটেদি যোৱা মানুহেও মন কৰিব পৰা হৈছে মহৰীৰ অৱস্থাৰ পৰিৱৰ্তনটো। দেখি অবাক হৈ ভাবিছে, যাৰ মহৰী, সেই মহাজনৰো এনে পৰিৱৰ্তন হৈছেনে বাৰু!

কচুগাঁও, হল্টুগাঁও আদি ঠাইত বহুবি হাতীৰ ডিপো পতা হয়। চৰকাৰে হাতী ধৰিবলৈ অনুমতি দিয়ে। পাৰিবাৰিক পৰম্পৰা থকা ভুৱৰমান মানী লোকৰ সেইটো একেলগে ব্যৱসায়ো, আমোদো। ডিপোত সক সক হাতি-ঘাঁহৰ জুপুৰি সাজি দিয়া হয়। তাতে জাবৰ দিন কেইটাত হাবিৰ পৰা বনৰীয়া হাতী ধৰি আনি প্ৰাথমিক প্ৰশিক্ষণ দিয়া হয়। একো একোটা ডিপোৰ এলেকাত একোবছৰ কিমান হাতী ধৰিব পাৰিব তাৰ সীমা নিৰ্দিষ্ট কৰি দিয়ে চৰকাৰৰ বন বিভাগে।

সেই হিচাপ হাতী কিনা লোকেও গম পায়। এটা সময় আছিল বিহাৰৰ সোণপুৰ মেলাত হাতীৰ বেলেগ বজাৰ এখানেই বহিছিল। দেশৰ ৰজা, মহাৰজা, জমিদাৰ আদিৰ প্ৰতিনিধিয়ে হাতী কিনি নিছিল। সেই সকলৰ ৰাজকোষ পৰি আহিল, প্ৰিভিপাৰ্চ বন্ধ হ'ল, হাতী কিনাৰ প্ৰকোপো কমি আহিল। পিছলৈ কাঠকলৰ মালিক, চাৰ্কাচৰ মালিক আৰু দক্ষিণ ভাৰতৰ মন্দিৰ কৰ্তৃপক্ষৰ পৰাহে হাতী কিনিবলৈ লোৱা হ'ল। আৰু কিনে বিভিন্ন ঠাইৰ চিৰিয়াখানাৰ বাবে। ফলত হাতীধৰা আৰু ব্যৱসায়ৰ গোটেই প্ৰক্ৰিয়াটোৱেই লাহে লাহে ভগা পৰি আহিবলৈ ধৰিলে।

কিন্তু ইতিমধ্যে পৰমা মহৰী ওপৰলৈ উঠিবলৈ ধৰিলেই। এঘৰ মহাজনৰ মহৰী আছিল পৰমা। হাতীৰ কামত টাকুৰী-ঘূৰাদি ঘূৰিব পাৰিছিল। বিনয়ৰ প্ৰতিমূৰ্তি ডিপোত আৰু মহাজনৰ সন্মুখত। সেইবাবে ডিপোত বাহৰ পতা অন্য মহাজনেও পৰমাৰ ওপৰত নিৰ্ভৰ কৰে বহুতো কামত। সেইদৰে হাতী কিনিবলৈ অহা সদাগৰ সকলেও। সকলোৱে হাতী বেচা-কিনাৰ সময়ত পৰমা মহৰীৰ সহায় বিচাৰে। সেইবাবে পৰমা মহৰীৰ লোকচান নহয়। সদাগৰে প্ৰথমতে বৰ্কচিচ বুলি টকা

কেইটামান যাচিছিল। পিছলৈ পৰমাই সেইটো কমিছন বুলি কৈ তাৰ নিৰিখো বান্ধি দিছিল—মহাজনে নজনাকৈ অৱশ্যে। ব্যৱস্থাতো বেয়া হোৱা নাছিল। আগতীয়াকৈ আৰ্জি লোৱা মৰম আৰু বিশ্বাসৰ বাবে, নতুনকৈ হাতী ধৰি আনিলেই, তাৰ লক্ষণ চাই-চিতি মহাজনক লাহেকৈ কৈছিল—"এইটো ৰামধন সদাগৰকে বেচিব দেউতা···। দাম তিনি হাজাৰৰ কম নকৰিব··।"

সেইমতে হাতী বেচাত মহাজনৰ আপত্তি নাছিল। পিছলৈ পৰমা মহৰীৰ কথাৰাৰ অকণমান সলনি হৈছিল। "এইটো বাসদেউ সদাগৰক দিম দেউতা। মই তাক পাঁচ হাজাৰ টকা দেখি দিবলৈ কৈ দিম···।" নতুনকৈ ধৰি অনা আন এটা হাতীলৈ চাই চাই পৰমাই সেইদৰে ক'ব পৰা হৈছিল গৈ। এই প্ৰভাৱ অনুভৱ কৰি সদাগৰ সকলেও পৰমাৰ মোল বুজিছিল।

সদাগৰ সকল দুজন তিনিজনৰ দল হৈ হাতী কিনিবলৈ আহে। একেলগে কেবাটাও হাতী কিনি একেলগে লৈ যোৱাৰ ব্যৱস্থা কৰে। তাকে কৰিবলৈ তেওঁলোক একেবাহে দুমাহ তিনিমাহ থকাকৈ ঘৰৰ পৰা ওলাই আহে। মাজতে কেনেবাকৈ একোবাৰ যাব লগা হলেও দেশৰ পৰ--একোজন মানুহ আহি ঠাই সলাই দিয়েহি।

পৰমা মহৰীৰ ওপৰত হাতীৰ দাম, লক্ষণ, পোৱাৰ সুবিধা আদি কথাত নিৰ্ভৰ কৰিব লগা হোৱাৰ পৰাই সদাগৰ সকলৰ কেইটামান দল পোনে পোনে আহি পৰমাৰ ঘৰত উঠেহি। কিছু দিহা আগতীয়াকৈ কৰা ভাল। যেইবাৰে দুই তিনি ৰাতি মহৰীৰ ঘৰতে থাকেহি। ইফালে ভিপো পাতিবৰ হৈছেনে নাই, কুনকী কাৰ কাৰ যাব, মাউত-ফান্দী কোন কোন থাকিব এইবোৰ খবৰো মহৰীয়ে মহাজনৰ হৈ কৰিব লগা হয়। সদাগৰ সকল ঘৰ এৰি ওলাই অহাৰ দৰে, জাৰৰ মাহ তিনিটা পৰমা মহৰীও ঘৰত প্ৰায় নাথাকেই।

পৰমা মহৰী ওলাই যাবৰ দিন লগত সদাগৰ দুজনমান থাকেই। ঘৰৰ সকলোৱে দেখি আহিছে। পৰমাৰ কান্ধৰ পৰ ওলোমাই লোৱা মোনা এটাত কাপোৰ দুসাজ থাকে। মহাজনেই কিনি দিয়া টৰ্চ এটা থাকে, এড়ি চাদৰ এখন থাকে আৰু থাকে সৰু খুকৰী এখন।

মহৰীয়নীয়ে দুৱাৰ মুখৰ পৰাই বিদায় দিয়ে। অচিনাকি মানুহ বোৰৰ আগলৈ ওলাই নাহে। আলহী হৈ থকা সদাগৰ কেইজন, তেওঁলোকৰ বাবে সজাই দিয়া সৰু কোঠাটোৰ পৰা ওলাই যায়। পৰমা মহৰীয়ে পদূলিৰ ফালে সকৈ ঘৰ এটা সজাই

লৈছিল। সদাগৰ সকলে নিজে বস্তা-বড়া কৰি থায়। সেয়ে বেলেগে বৰটো সজাই দিয়া হৈছিল।

পুৰাই কৰিব লগা এই যাত্ৰাৰ দৃশ্যটো মহবীয়নীৰ বাবে গতানুগতিক হৈ পৰিছিল যদিও এবাৰ এটা অদ্ভুত ব্যতিক্ৰম চকুত পৰিছিল। হলেও বৰকৈ কাণ কৰা নাছিল। তথাপি মনত পৰিছিল আগদিন' পৰমা মহবীয়ে মাজ ৰাতিয়ে উঠি দুৱাৰমান খুলোৱা সোমোৱা কৰি আছিল ঘৰৰ পৰ'। পুৱাৰ যাত্ৰাও কৰিছিল আহাৰ থাকোতেই। আৰু দুৱাৰমুখলৈ ওলাই আহি মহবীয়নীয়ে মন কৰিছিল মহবীয়ে নিজে সেই কাঠাটোৰ দুৱাৰথনত শিকলি এডালেৰে তলা এটা লগাইছে আৰু লগৰ আন এটা মানুহৰে লাগি দুটা বস্তা কঢ়িয়াই লৈ গৈছে।

সেইখিনিতে ওৰ পৰিলেহেঁতেন ঘটনাটোৰ। পিছে নহ'ল। বহাগ সোমাল। সেইবা দুটা বিহুথাই.আকৌ নগৰলৈ উভটি গ'ল। পৰমা মহবীও কিবা কথাত নগৰৰ মহাজনৰ ঘৰলৈ গৈছে।' তেনে এটা দিনতে দুজন বিহাৰৰ ফালৰ মানুহ মহবীৰ ঘৰলৈ আহিল।

মহবীয়নীয়ে সিহঁতৰ কথা বুজিব পৰা নাছিল যদিও গম পাইছিল তেওঁলোকে দুজন মানুহৰ সন্ধানত আহিছে। তেওঁলোকৰে লগাভগা দুজন সদাগৰ হাতী কিনিবলৈ আহিছিল অঘোণৰ শেষৰ ফালে। ঘুৰি যোৱা নাই আজিলৈকে।

মহবীয়নীয়ে নিজৰ কথাৰে বুজাবলৈ চেষ্টা কৰিলে বোলে সদাগৰ কোন আহে কোন যায় তেওঁ একো ক'ব নোৱাৰে। কোনোবা আহিলেও হাতীৰ ডিপোলৈ গুছি যায়। মহাজনৰ ঘৰত খবৰ কৰাই ভাল।

কৰিছিল এওঁলোকে। পোনে পোনে সেইদৰেই খবৰ কৰি আহিছিল। কোনেও, এওঁলোকে বিচাৰি অহা সদাগৰ দুজনৰ বিষয়ে একো ক'ব নোৱাৰিলে। তেওঁলোক এইবাৰ হাতী কিনিবলৈ বোলে অহাই নাছিল।

বিচাৰি অহা মানুহ দুজন অবাক হ'ল। কিয় নাহিব। আহিছিল। আগৰ কিবছৰে আহিছিল। সদাগৰসকল ওলাই আহিলে, ঘুৰি ঘৰ নোপোৱালৈকে কোনো যোগাযোগ নাথাকে। ফাগুনৰ শেষৰ ফালে বেপাৰ সাৰবি এওঁলোক প্ৰায়ে ঘৰ সোমায় গৈ। এইবাৰ এই দুজন সদাগৰ ওলাই আহিল হয়, আজিলৈকে ঘুৰি যোৱা নাই।

ওহোঁ। মহবীয়নীয়ে একো নাজানে। মহবী টাউনৰ পৰা ঘুৰি আহিলে কাইলৈ এবাৰ খবৰ কৰিবহি পাৰে।

মানুহ দুজন ওলাই যোৱাৰ লগে লগে মহবীয়নীৰ মনত কিবা খোকা হ'ল।

আগফালে থকা সক ঘৰটোৰ কাষলৈ গ'ল। তলাটো খোলা হোৱাই নাই। চাবিও নাই মহবীয়নীৰ হাতত। তথাপি বেৰৰ জলঙাই দি কোঠাটো এনেয়ে চালে এবাৰ। একো থাকিব নালাগে। কিন্তু! কিন্তু বিছনা কৰি পাৰি শোৱা কাপোৰ এখন দেখোন পৰি আছে মাটিতে। আৰু সেই চমকা কিহৰ দাগ বেৰত? ক'লা পৰি গৈছে। মাটি তেলৰ দাগ হ'বই নোৱাৰে। মহবীয়নী ঘূৰি সিফালৰ খিড়িকীখনৰ ওচৰ পালেগৈ। বেৰৰ দাগটো ভালকৈ চালে আকৌ এবাৰ। চাই থাকোতে গাটো থৰকৰকৈ কঁপিবলৈ ধৰিলে। লৰমাৰি নিজৰ শোৱা কোঠা পালেগৈ। তাৰ একুকত খুটা এটাত দুটা সৰু সৰু জালৰ মোনা আৰি থোৱা আছে। হাতীৰ ডিপোৰ পৰা ঘূৰি আহি পৰমা মহবীয়ে এনেমাই থৈছিল হি। কিহৰ মোনানো বুলি সোধো নোসোধাকৈ সোধাতে মহবীয়ে কৈছিল, সদাগৰৰ পৰা খুজি আনিছে বোলে। পাটসূতাৰ বটিয়াৰে গুঠি লোৱা মোনা। তাতে টিকাৰূপ ভৰাই আনে সদাগৰে হাতী কিনিবলৈ। বৰটান। মৰম লগা বাবে দুটা খুজি গৈছিল মহবীয়ে।

মহবীয়নীৰ আকৌ চিন্তকৈ মনত পৰিল সেইদিনা ৰাতি নোপুৱাওতেই মহবীয়ে ডিপোলৈ যাত্ৰা কৰাৰ কথাটো। লগত ক'তা, মহবীয়নীয়ে দেখোন মনত পেলাব পৰা নাই, আৰু দুজন মানুহ থাকিব লাগিছিল। আন্ধাৰত নেদেখিলে নেকি!

বেৰৰ সেই ক'লা পৰা দাগটো তেজৰ!

মহবীয়নীৰ মূৰটো ঘূৰাবলৈ ধৰিলে।

সেই দিনাৰ পৰাই মহবীয়নীৰ জীৱনৰ স্মৃতি উভটি বৰলৈ ধৰিলে। মানুহজনী চামোন হৈ গ'ল। মহবীক মুখ ফুটাই একো সুধিব পৰা নাছিল। মানুহ দুজনে সদাগৰ দুজনৰ খবৰ কৰিবলৈ অহা কথাটেহে কৈ থৈছিল।

ঘৰ বঢ়াবলৈ লৈ পৰমা মহবীয়ে আগফালৰ সৰু ঘৰটো ভঙাই পেলাইছিল, তাৰো আগতে, কি বুধিত জানো, এদিন হাতত পানী এবাল্টি লৈ গৈ কোঠাটোৰ বেৰত চালি বাঢ়নী এটাৰ গৈ চাফা কৰিছিল। ঘৰ ভাঙিবলৈ অহা মানুহে যেন দাগটো নেদেখে বা দেখিলেও একো সন্দেহ নকৰে।

মহবীয়নীৰ মাকৰ ঘৰ বৰ দূৰত নহয়। বিয়াৰ সময়ত পৰমাতকৈ তেওঁলোকৰ অৱস্থা ভাল। খোৱা বোৱাৰ লক্ষণ থকা দেখি মহবীয়নীৰ বিয়া দিছিল পৰমালৈ। লগতে মাটি দুপুৰাও দিছিল সিহঁতেই খেতি খোলা কৰি সুখেৰে খাই বৈ থাকক বুলি।

মাটি নিজাকৈও বঢ়াই লৈছিল ইতিমধ্যে পৰমা মহবীয়ে। অৱস্থা দিনক দিনে ভাললৈ আহিবলৈ ধৰিলে। মহবীয়নী লাখিমী তিৰোতা বুলি সাব্যস্ত হৈছিল।

এই লখিমী তিৰোতাগৰাকীয়ে হঠাতে এদিন নিজকে ঘৰখনৰ পৰা আঁতৰাই

লগে। ঘৰখনলৈ আহিবলৈ ধৰা বৈভৱে যেন মানুহ গৰাকীক হেঁচা মাটি ধৰি উশাহ-নিশাহ বন্ধ কৰি দিব খুজিলে। তেওঁ ঠিক কৰি পেলালে স্বামী আৰু পুত্ৰেকহঁতৰ আৰ্জনৰ এনুঠি ভাতো তেওঁ আৰু মুখলৈ নিনিয়ে।

মাটিৰ ধান কেনেকৈ কি হিচাপত ঘৰলৈ আহে মহৰীয়নীয়ে জানিছিল। তাৰ মাজৰে দুপুৰা মাটিৰ ধানৰ এটা বেলেগ ভুলি পাতি লৈ ভঁৰালত। সেই ধান এখন মুখৰ বাবে বহুত। তেওঁ নীৰৱে অথচ দৃঢ়চিত্ত, কোনেও প্ৰশ্ন কৰিব নোৱৰাকৈ সিদ্ধান্ত লৈ পেলালে জীয়াই থকা কেইদিন সেই ভুলি ধানৰ বাহিৰেই তেওঁ জীয়াই থাকিব।

মাত নোলোৱা মানুহজনীলৈ পৰমা মহৰীৰো কিবা ভয় এটা সোমাল। পুত্ৰেকহঁতে মাক দেউতাকৰ মাজৰ এই ক্ৰমবৰ্দ্ধমান দূৰত্বৰ কোনো সংবাদ পোৱা নাছিল। তেওঁলোকৰ সেইবোৰ কথালৈ মন কৰিবলৈ সময়ো নোহোৱা হ'ল।

ঘৰ দুৱাৰবোৰ নতুন হ'ল। বাৰীৰ চৌহদত পকীৱেৰ উঠিল। তাকে গাঁথিবলৈ যাওঁতে সেই সৰু ঘৰটোৰ পিছফালে এখন মানুহৰ ধাৰ আদখিনি পুৰা কুঠাৰ পালে কোনোবা বনুৱা এটাই। গম পাই মহৰীয়ে প্ৰায় থাপ মাৰি কাঢ়ি আনি, ওচৰৰে বৰপুখুৰীৰ মাজলৈ দলিয়াই দিলে। সেইখনত আৰু ধাৰ দিব নোৱাৰিব বুলি।

আগৰ সৰু ঘৰটোৰ ঠাইতে আৰু এটা একে জোখৰে ঘৰ সজালে মহৰীয়ে। পকী মজিয়া। পনিয়লি বেৰত চিমেণ্ট বালিৰ লেপ। তাত চূণ দি ধুনীয়াকৈ সজোৱা। অফিচ হ'ব বোলে মহৰীৰ কিবা। দূৰৰ আলহী আহিলেও থাকিব পৰাকৈ বিছনা এখনো পাৰি থোৱা হ'ল।

তাতে বহি কাম কৰি থাকোঁতে এদিন পৰমা মহৰী মূৰ্ছা গ'ল বোলে। ভিতৰলৈ খবৰ দিলে। মহৰীয়নীয়ে লৰ মাৰি খবৰ কৰিবলৈ গৈ, ভিতৰ সোমায়ে থৰ হৈ গ'ল।
উত্তৰফালৰ বেৰখনত সেইটো কিহৰ দাগ? অবিকল সেই আগৰ জুপুৰীটোৰ বেৰত দেখা দাগটোৰ জোখৰে! একেদৰে ক'লা পৰা?

মহৰীক চাবলৈ আহি মহৰীয়নীৰ নিজৰে আঁঠু দুটা কঁপিবলৈ ধৰিলে। কোনো মতে—"তেখেতক ভিতৰৰ ঘৰলৈ লৈ বল।"—বুলি কাৰবাক নিৰ্দেশ দি উভটি গুছি আহিল।

পৰমা মহৰীৰ বয়সো হৈ আহিছিল। অসুখ প্ৰায় দুগুণাই হ'ল। যেনে এসময়তে মহৰীয়নীয়ে ভাগৱতীক প্ৰথমবাৰৰ বাবে মতাই আনিছিল।

ইতিমধ্যে যুদ্ধ আহিল, গ'ল। দেশ স্বাধীন হ'ল। টকা কাপৰ ঠাইত হোৱাহোৱে কাগজৰ টকা ওলাবলৈ ধৰিলে।

মহাপ্ৰতাপী পৰমা মহৰীৰ লগাইত তাহানিৰ বৰা-মহাৰয়াৰ দৰে আচাৰহ্ন হ'ল।

মহৰীয়নী কিন্তু দিনে দিনে শুকাই খীনাই নিশকতীয়া হৈ আহিবলৈ ধৰিলে।

মুখখন সদায় শুকাই থকা কথাটো আঙুলিয়াই ভাগৱতীয়ে এদিন সুধিছিল—
—"আপোনাৰ নো আই, মনটো এনেকৈ মৰা দেখো কিয় সদায়?"

সেইদিনাই উত্তৰ দিয়া নাছিল বুঢ়ীয়ে। পিছৰবাৰ বোধকৰো কিবা ভাব হ'ল,
ভাগৱতীক বহুৱাই লৈ কণ্ঠ নকঢ়কৈ ক'লে গোটেইবোৰ কথা। অকণো সংকোচ
নথকাকৈ। অকণো ভয় নকৰাকৈ।

"আমাৰ জনে ঠাঁবেবে কোবাই মাৰিলে বুইছে, ভাগতি দেউ, সেই বিহাৰী
সদাগৰ দুটাক। ককালত সিহঁতে বহুত টকা লৈ আহে জালৰ মোনাত ভৰাই। একে-
লগে এইজনে সিমানবোৰ টকা পোৱা কথাটো কাহানিও ভাবিব পৰা নাছিল। আমাৰ
ঘৰখন তেতিয়া এলুৱাঁয়া আছিল। এনেয়েও মানুহ দুহুঁ নাইহই। বাতি বিয়লি নিজানৰ
সুযোগ লৈ ...।" বুলি দীঘলকৈ হুমুনিয়াহ এটা চাৰিলে মহৰীয়নীয়ে। তাৰ পিছত
আকৌ এবাৰ ক'লে—"সেই লগৰ মানুহটোৰো কোনো খবৰ নোপালো বুইছেনে।
আপুনি মোৰ আকুতিটো বুজেনে সুদুঃজ ক'ব নোৱাৰে। মানুহজনে দেশখনকে লৰালৈ
হেপাহ কৰিছিল। আশীৰ্বাদ কৰক দেউ, সেইজনৰ হতাহটোৰ শাও যেন ঘৰখনত
নপৰে। লগাইতে দেউতাকে ক'ব পৰা হঠাতে ইমানবোৰ টকা একেলগে পালে
নাজানে। হাতীৰ বেপাৰ দেউতাকেও কৰা বুলিয়ে সিহঁতেও ভাবি আছিল। আজিও
সিহঁতৰ মূলধন হাতীৰ বেপাৰেই দিয়া বুলিহে বিশ্বাস কৰে।

"বেচাৰা সদাগৰ দুটাৰ ল'ৰা-তিৰোতাৰ শাও যেন সিহঁতৰ গাত নপৰে, বাপু!
আপুনি পূজাভাগ বছৰি কৰি থাকিব। মোক ঘিণ কৰিলে মই আপোনঘাতী হ'ব
লাগিব।

"দিনটো মোৰ মনত আছে বাপু। মাঘৰ পাঁচ দিন গৈছিল। দিনটো ওচৰ
চাপিলেই মোৰ চকু জাপ নোযোৱা হয়! চিলমিল টোপনিতে ভয়লগা সপোনবোৰ
দেখোঁ। সেইবোৰৰ পৰা সকাহ দি নেদেখাজনে আঁতৰাই নিলেও হয়। কিবা
দুৰ্ভোগ আৰু আছেনেকি ক'ব নোৱাৰো..."

মহৰীয়নী বৈছিল অলপ সময়। ইতিমধ্যে ভাগৱতীৰ কপালৰ পৰা ঘামৰ টোপাল
মাটিত পৰিব পৰা হৈছিল, সেই মাঘমহীয়া জাৰতো। চকু দুটা ডাঙৰ হৈছিল।
উঠিবলৈ উচ পিচ লগাইছিল। মহৰীয়নীয়ে হাতযোৰ কৰি খাটিলে—"আপুনি ঘিণ
নকৰিব ভাগতিদেউ। মোৰ মুখলৈ চাই নহাকৈ নাথাকিব। আপোনাক দিয়া

বস্ত্ৰ কেইপদ, মই মোৰ নিজৰ আয়ে দিয়া মাটিৰ ধান বেচি পোৱা ধনেৰেহে কিনা। সেইবাবেই, মন গলেও তালৈকে একো দিব নোৱাৰো।"

ভাগৱতীয়ে সেইবোৰ আশা কাহানিও কৰা নাছিল। অলপতে সন্তুষ্ট থাকিবলৈ শিকা ভাগৱতীয়ে প্ৰাথমিক অৱস্থাত তেনেকৈ দিয়া বস্ত্ৰ-বস্ত্ৰ আগ্ৰহেৰেই গ্ৰহণ কৰিছিল। পিছলৈ সংসাৰৰ বোজা পুতেক হতে নিজৰ কান্ধলৈ লোৱাৰ পৰা মহবীয়নীয়ে আথে বেথে আগবঢ়াই দিয়া বস্ত্ৰ কেইপদৰ প্ৰয়োজন সেইদৰে নোহোৱা হ'ল। তেওঁ বুলি মানুহ গৰাকীয়ে মনত দুখ পাব বুলিয়ে গোটেইখিনি সামৰি ঘৰলৈ নৈ আহে। পুতেক জীয়েকহঁতো অবাক হয়, পিতাকে এই বিশেষ যজমান গৃহস্থ পৰা এৰি নিদিয়া বাবে।

ভাগৱতীৰ আগ্ৰহ অটুট থাকিল। তেওঁবো অন্তৰত কিবা হেপাহ এটা হৈছিল মানুহ গৰাকীৰ মনলৈ সাধ্য অনুযায়ী অকণমান শান্তি আনি দিবলৈ।

বাধা পৰিল। পৰমা মহবীৰ বেলিকাও পুতেকহঁতে সকাম নতুন পদ্ধতিৰেই কৰা বুলি মহবীয়নীৰ পৰাই গম পাইছিল। হলেও ভাগৱতীক এনে সম্মানেৰে, একে আকুতিৰে পাচ মাঘৰ কামকেৰ' সম্পন্ন কৰিবলৈ সকলো যোগাৰ কৰি দিছিল। মহবীয়নী নিৰ্বিকাৰ পুতেকহঁতৰ জীৱন পদ্ধতিত। কোনো দিনে কোনো প্ৰশ্ন কৰা নাছিল, কাহানিও কোনো দিহাও দিয়া নাছিল। সকলে কামতে যেনেকৈ ভাগ-লবলৈ দিয়া হৈছিল, তেনেকৈয়ে লৈছিল।

পাচ মাঘৰ, ভাগৱতীক কৰিবলৈ দিয়া এই পূজা আৰু ভাগৱত পাঠ মহবীয়নীৰ একান্ত ব্যক্তিগত অৰ্চনা। নীতি-নিয়ম তেওঁ ভালকৈ নাজানে। মৃতকৰ সকামৰ গোটেইবোৰ পদ্ধতিও পালন কৰিবৰ উপায় নাই। এইৰূপ কামকে, এই সাত্বিক আৰু সদাসন্তুষ্ট মানুহজনৰ হাতেৰে কৰাই মহবীয়নীয়ে মনতে শান্তি পায়। তাকে কৰাবলৈ লোৱাৰ পৰা হেনো তেওঁ কোঠাই কোঠাই উত্তৰ কালৰ বেৰত চকাবকাকৈ দেখা, ক'লা পৰা তেজৰ দাগটো নেদেখা হ'ল। নিশ্চয় সেই হেৰাই যোৱা সদাগৰ জনৰ আত্মাই মহবীয়নীৰ অনুষ্ঠানীয়া সেৱা ভাগকে বাৰ্ষিক তৰ্পণ বুলি গ্ৰহণ কৰিছে। নহলে মানুহ গৰাকীয়ে মনতে শান্তি পোৱা বাবেও সেই নিকাৰৰ পৰা নিস্তাৰ পাছিল।

যোৱা কেইবছৰ বা কি কৰিছিল ?

# বচিৰৰ বোজাটো

ঠাইকণ বৰ সুচল। চিটি বাছ চলা নাই এতিয়াও। বাটটো পকা কৰা, আহল বহল। মুঠতে ভাড়া ঘৰৰ বেলিকা মোৰ কপালখন ভাল বুলি মই নিজেই বিশ্বাস কৰো।

ঘৰৰ মালিক ভাঙৰ দিছপুৰীয়া। মূল ঘৰ উজনীত। ইয়াত ঘৰ সজাব বুলি কেতিয়াবাই মাটিখিনি লৈ থৈছিল। সৰুকৈ ঘৰ এটাও সজাই লৈছিল। নিজে চৰকাৰী ঘৰ পোৱা বাবে সেইটোকে ভাড়াত দিছে। সোনকালে ঘৰ সজোৱা কথা ভবা নাই হেনো। সেইটোও মোৰে কপাল। সেই বাবেই মই এইখিনিত প্ৰায় নিগাজী মানুহৰ দৰেই এয়া প্ৰায় ছবছৰ আছো।

আছো মানে, একেবাৰে নিজৰ ঘৰবাৰী বখাৰ দৰে ৰাখিছো। চোতাল চিকুণাই ফুল কইছো। বাৰীত বতৰ হলে শাক-পাচলিও কৰো। পদূলিৰ দুই কাষে দুজোপা কৃষ্ণচূড়াও কইছিলো, সেই দুজোপা এতিয়া ডাঙৰ হৈ ধুনীয়া হৈছে। ঘৰৰ মালিকে ভাল পাই ঘৰৰ ভাড়া বঢ়োৱাৰ কথাকে উলিওৱা নাই আজিও।

মোক দুই এজন বন্ধু-বান্ধৱে জোকায় মোমাই তামুলি বুলি। একো বেয়া নেপাওঁ। এইদৰে থাকি ভাল পাওঁ, কৰো। আৰু এটা কথা, চোতালখন ভাঙৰ বাবে আবেলি ল'ৰা-ছোৱালী এজাক গোটখাই ইয়াতে খেলে। মোৰ নিজৰ দুটাবো লগ হয়। ভাল পাওঁ। খানাপাবাৰ ফালে মাটি অকণমান লৈ থৈছো। কেতিয়াকৈ ঘৰ সাজিবলৈ পাবো ঈশ্বৰেহে জানে। ইয়াত, ঘৰৰ মালিকে অৱসৰ লোৱালৈকে থাকিব পাৰিম বুলি ধৰি লৈছো।

থাকিবই লাগিব। বচিৰ মিঞাও কেনেবাকৈ ওলাবহি পাৰে এদিন। এইখন ঘৰ এৰি গলে মিঞাই মোক বিচাৰি পোৱাৰ আশা নাই। আনকালে ল'ৰা-ছোৱালী দুটাও অলপ ডাঙৰ হ'ব।

বছিৰ মিঞাৰ বাবেই যে মই এইখন ঘৰত থাকিব লাগিব এনে কোনো কথা নাই। মই অফিচত ফটিকক সুধিছিলো, ফটিক মানে হেড্‌ক্লাৰ্কজনৰ কথা কৈছো। বয়স হৈছে, জনাবুজা মানুহ, সুধিছিলো বছিৰ মিঞাৰ টকা কেইটা মই কাক কেনেকৈ গটাব পাৰো। অৰ্থাৎ বছিৰ যদি সঁচাকৈ আকৌ মোৰ ঘৰলৈ নাহে কেতিয়াও, এই টকাকেইটাই মোৰ গাত লাগিব নেকি? বেচেৰা মানুহটোৱে বৰ হেপাহেৰে এটকা দুটকাকৈ গোটাই গৈছিল।

মন নকৰো বুলিলে কথাটো একো নহয়। মোৰ সৰু হ'লেও এখন সংসাৰ আছে, চাকৰিটো আছে। হাতে কামে কৰো বুলিবলৈ বা চিন্তাকৰিবলৈকো মোৰ কত কাম আছে। বছিৰৰ কথাটো ওলাল মই ভাড়া ঘৰটো এৰিব লগা ভৱিষ্যতৰ সম্ভাৱনাৰ কথাটো ওলোৱা বাবেহে।

হলেও অতীত এবাৰ ভৱিষ্যত নহয়েই। মই এই ঘৰটোলৈ অহাৰ পৰাই মন কৰিছিলো এচৰে পাজৰে আৰু কেইবাটাও ঘৰ সজা হৈছে। নতুনকৈ মানুহ বহিছে আছে; দুই এখন দোকান বহিছে। বেপাৰী দুই এজন নিয়মিতভাৱে আহিবলৈ লৈছে।

সেইদৰেই দুকাষে ডাঙৰ ডাঙৰ থালৈ দুটা ওলোমাই কণীৰ ভাৰ লৈ বছিৰ মিঞাও আহিবলৈ লৈছিল। নতুন পুৰণি কেউঘৰতে কণী লয় বছিৰৰ পৰা। আমাৰো লোৱা হয়। তেনেকৈ কণী লোৱাৰ পৰাই কেনেবাকৈ আমাৰ ঘৰখনৰ লগত এটা সম্পৰ্ক গঢ়লৈ উঠিল। ঠিক কেনেকৈ সঠিককৈ মনত নাই। খুব সম্ভৱ তেতিয়া প্ৰায় তিনিবছৰ পাৰ হোৱা আমাৰ জানজানৰ বাবেই। মাকে কণী বাছি লওঁতে সি চাগে ভালকৈ দুফটামানতেৰে কণীৰ কথা কিবা কৈছিল, বছিৰৰ মৰম লাগিল। কাৰণ মৰমটো দেখিছিলো স্বামী হৈছিল, বছিৰে পিছলৈ তাক মাতি আনি বেলেগে কণী এটা দি তাক কৈছিল "এইটো তোমাৰ বাবা, কাইলৈ পুৱা খাবা।" ল'ৰাটোৰ কি ফূৰ্ত্তি!

সন্ধ্যাৰ বাঢ়ি গ'ল। এদিন মিনুৰ চকুত পৰিল বছিৰে অদ্ভুত কাম এটা কৰিছে। দুপৰীয়া, চোতালৰ কৃষ্ণচূড়াৰ পুলি দুটা বাঢ়িছে, অকণমান ছাঁ দিব পৰা হৈছে। থালৈ দুটা তাতে থৈ মানুহটো বহিছিল অলপ সময়। তাৰ পিছত এবাৰ বেলিৰ ফালে চাই কিবা এটা উমান লৈ পচুপাটিয়েদি ওলাই গৈ বাটৰ কাষতে গামোছাখন পাৰি লৈ নামাজ পঢ়িলে। পঢ়ি উঠতি আহি আকৌ অলপ সময় বহি কোনোবা এসময়ত উঠি গ'ল।

অফিচৰ পৰা আহি চাহ-খাবলৈ লওঁতে কথাটো কৈছিল মিনুৱে। মিনুৰ আচৰিত বেয়া লাগিল জানোছা মানুহটোৱে আমাৰ চোতালত নামাজ পঢ়িলে আমি আপত্তি কৰিম বুলি ভাবিছে। "সুধিবা তাক" মই, বিশেষ গুৰুত্ব নিদি, কৈ থলো।

কৃষ্ণচূড়াৰ তলখন বচিৰে বৰ ভাল পাইছিল। কোনোবা এদিন দুপৰীয়া নোশোৱাকৈ থাকোতে, জানজানেই তাক জিৰোৱা দেখিলে। লব মাৰি সেইখিনি পালেগৈ। লাগ বান্ধ নোহোৱা কথাৰ মাজতে "তুমি বৰ দেই, বাবা, বুলি কৈ বচিৰে সেই চোৰদৰ বাহিৰ ওলাই নামাজ পঢ়ি আছিল। জানজানে তাক গামোছাখন পৰাৰ পৰা নামাজৰ শেষলৈকে গোটেইখিনি কৰা দেখি আছিল। আগেয়ে কাকো নামাজ পঢ়া সি দেখা নাই। সেইবাবেই অবাক হৈ বচিৰক সুধিছিল "সেয়া কি কৰিছিলা?"

"মই নামাজ পঢ়িলো বাবা।"

"নামাজ কি?"

বচিৰে বোধকৰো তাক বুজাব পৰা ভাষা বিচাৰি নাপালে। অকবাৰ দৰে হাঁহি এটা মাৰি ঈশ্বৰ, আল্লা আদি নাম কেইটামান কৈ থলে।

সমস্যা হ'ল মাকৰ। নামাজ মানে কি, টুপি পিন্ধিলে কিয়, বাটৰ কাষত কিয় বা আমাৰ পূৰা গধূলি চাকি দিয়া ঠাইত বচিৰে সেয়া কৰিব নোৱাৰে কিয় আদি এশ এবুৰি প্ৰশ্ন কৰি জানজানে দিনটো মিনুক বিব্ৰত কৰি দিলে। কোনোবা এসময়ত বলে নোৱাৰি, "গধূলি দেউতাক সুধিবি থ" বুলি এৰাই থাকিল।

ময়ো কেতিয়াবা দেওবাৰে বা বন্ধ থাকিলে চোতালত বচিৰক জিৰোৱা পাইছো। বন্ধ থাকিলে দুপৰীয়া খোৱা দেৰি হয়েই। বাৰাণ্ডাত বহি থাকো কিতাপ বা কাগজ এখন লৈ। দুই এক অতিথি অভ্যাগতো আহে কেতিয়াবা। তেতিয়াই দেখো বচিৰ আহি বহিছেহি চোতালত। খালৈ দুটা নমাই থবলৈ পায় কি নাপায়। জানজান পায়গৈ সেইখিনি। "চাও কিমান আছে আজি?" বুলি জুমি খালৈ দুটা চায়। বচিৰে একো নকয়।

"তুমি দেখোন বাৰাণ্ডাতে বহিবহি পাৰা বচিৰ"। মই এদিন মাত দিছিলো। "বতৰ ভালে থাকিলে বাক ভালেই বৰষুণ দিলে কি কৰিবা?"

"হব বাক।" বুলি কৈ থৈছিল সি।

বহিছিলহি কেতিয়াবা বাৰাণ্ডাত। কিন্তু নামাজ পঢ়েগৈ সেই বাটৰ কাষত। একো বুজা নাছিলো। অকিচত্ত ফটিকক কথাটো সুধিছিলো, কিবা কাৰণ থাকিব পাৰে নেকি। সিহে বুজাই দিলে। তাকে, মই ঘৰলৈ আহি মিনুক বুজাই কলোহি। লগতে কৈ থলো এই বিষয়ে যেন বচিৰৰ আগত কোনো কথা উলিওৱা নহয়।

আমাৰ চোতালখন এজন অমুছলমানৰ ব্যক্তিগত সম্পত্তি। তাকে দখল কৰি

উপাসনা কৰিলে হেনো নামাজ "অদা" নহব পাৰে বুলি বহুতে বিশ্বাস কৰে। প্ৰশ্ন কৰি তেনে বিশ্বাসত হাত দিব নালাগে।

তেনেকৈ ছেগাচোৰোকাকৈ হোৱা সংযোগৰ যোগেদি আমি মন কৰিলো মানুহটো বৰ সৰল, মনটো বৰ পৰিস্কাৰ। মনে মনে সমীহৰ ভাব উপজিল। সিও নিশ্চয় উপলব্ধি কৰিছিল আমি তাক কণী বেপাৰী হলেও কাহানিও হেয়জ্ঞান কৰা নাছিলো।

মোৰ সেই ছেগ চাই পতা সম্পৰ্কৰ যোগেদিয়েই পিছলৈ গম পাইছিলো বচিৰৰ আপোন বুলিবলৈ কোনো নাই। তেওঁ থাকে নগৰৰ ঠিক মাজ ভাগতে থকা ষ্টেডিয়ামৰ পশ্চিম ফালে চুবুৰী এটাত। খেৰ বাঁহৰ কোঠা এটা। তালৰ তিতৰত, পানীৰ কলটো প্ৰায় দুৱাৰ মুখতে আৰু মছজিদটোও দূৰত নহয়। মছজিদটো ওচৰত হোৱাটো, পিছলৈ বুজিছিলো, বচিৰৰ বাবে ভাল সুবিধা। দুপৰীয়া নামাজৰ বাহিৰে বাকী চাৰিওটা নামাজ বচিৰে মছজিদতে পঢ়েগৈ। কণীৰ বেপাৰে বচিৰক বৰকৈ বান্ধি নথয়।

আচৰিত হৈছিলো, লাভ লোকচানৰ বিষয়ে বচিৰে এদিনো এষাৰ কথাও কোৱা নাছিল। দুপৰীয়া আমাৰ চোতালত জিৰাবলৈ বহা কথাটো ওচৰ চুবুৰীয়া দুই একে মন কৰিছিল। সেই সময়তে কাববাৰ ঘৰৰ বন কৰা ল'ৰা বা ছোৱালী এজনী আহি কণী কিনি নিয়েহি। সিহঁতৰ কোনোবাই দৰাই দাম কম দিব খুজিলে, মই মন কৰিছিলো, বচিৰে প্ৰায়ে আলৈ দিছিল।

মই সুধিছিলো, এনেকৈ দাম কমাই কণী বেচি তেওঁনো কি বেপাৰ কৰিব। হাঁহি এটা মাৰি বচিৰে উত্তৰ দিছিল বোলে তেওঁৰ জীৱনৰ একমাত্ৰ হাবিয়াসটো পূৰাব পাৰিলে পিছলৈ একো নিবিচাৰে।

একমাত্ৰ হাবিয়াসটো বচিৰৰ হজ কৰা।

"গুচিনো নোযাবা কেলেই?" মই সুধিছিলো। উত্তৰ শুনি গম পালো বচিৰে মোক নিশ্চয় একবা বুলি ভাবিছে।

"বাপুৰ ঠিলেই হৈছে। হজ কৰিম বুলি ভাবিলে লগে লগেই যাব লাগে।"

"তেনেহ'লে?"

"আল্লাৰ মৰ্জী নহ'ল বাবু। মই অলপ টকা গোটাইছিলো, চুৰি হৈ গ'ল...।"

চোৰেটোৰ ওপৰত বচিৰৰ কোনো খং প্ৰকাশ হোৱা নেদেখিলো। তেওঁৰ হেপাহটোৰ যে মৃদা মৰিল সেইটোও ঈশ্বৰৰ ইচ্ছা বুলি মনে মনে থাকিল।

"পইচা হৈছিল কিমান বাক?"

"চাবিহাজাৰ মানেই হৈছিল, বাবু।"

মই চক খাই উঠিলোঁ। এহেজাৰ মান হলেই তেতিয়া বচিৰ হজলৈ যাব পাৰিলেহেঁতেন। তেনেকুৱা হিচাপ এটাই কোনোবাই দিছিল বোলে। চুবুৰীয় লুভীয়া কোনোবাই চেগ চাই আছিল, লৈ গ'ল।

"কিন্তু তুমি টকাৰোৰ লগত ৰাখিছিলা কিয়? বেংকত থৈ দিব পাৰিলাহেঁতেন দেখোন? সুত হিচাপে কিছু বাঢ়িলোহেঁতেন?"

"সেইবাবেই বাবু।"

সেইবাবেই! মানুহটো কিদ' বলিয়াই নেকি! পিছ নহয়। বচিৰেই পিছত বুজাই দিছিল ধন থৈ সুত আৰ্জি হজ কৰা মিছা। কোনো ফল নধৰে।

আচৰিত হ'লো মানুহটোৰ মুখত কোনো অভিযোগ শুনা বাবে: নচীবত নাছিল, নহ'ল যোৱা।

আকৌ চেষ্টা কৰি আছে। কণীৰ ব্যৱসায় কিন্তু একেদৰে চলি আছে। মোৰ চোতালত থালৈ উদংকৰি মাটিত উলিয়াই লয় গোটেই কণী সোপা। পিটিকি জোকাৰি চায়। একেবাৰে বেয়া বা ঘোলা ওলালে আঁতৰাই থয়। কেতিয়াবা দেখো তেনেকুৱাকৈ বাছি থোৱা কণী কেইটা গামোছাৰ আগত বান্ধি লয়।

"কাক দিবা সেয়া?" মই নহয়, সোধে আমাৰ জানজানে।

"পেলাই দিম বাবা।"

হয় পেলাই দিয়ে। কথাটো মিছা নহয়। বচিৰৰ মতে, আনে সাধাৰণতে বেকাৰীক সস্তাত বেচাৰ দৰে, বেচিলে, পইচা লৈ গুণাহ কৰা হয় সেইটো।

কণী এটা আকৌ আমাৰ জানজানক দি বচিৰ দিনটোলৈ যায়গৈ।

এদিন বচিৰে আহিল পোনে পোনে বাৰাণ্ডালৈ। মোৰ বন্ধ আছিল। বহি আছিলো বাৰাণ্ডাতে। "আহা বচিৰ" বুলি মই চকীতে মোৰ গাটোহে লৰালো। উঠি গৈ বচিৰক মূঢ়া এটা দিয়াৰ কথা নাভাবিলো। বাঁচৰে মাটিতে বহিল।

"এটা কাম আছিল, বাবু।"

কাম? মোৰ লগত? "কি কামহে, বচিৰ, মোৰ লগত?" সুধিলো।

বচিৰে কণীৰ থালৈ এটাৰ পৰা গামোছাখনেৰে মেৰিয়াই অনা সৰু টোপোলা এটা হাতলৈ তুলি ললে। "এইটো আপোনাৰ লগত থৈ দিব লাগে। টোপোলাটো মোৰ ফালে আগবঢ়াই দি বচিৰে ক'লে।

"কি আছেহে?

"অলপ টকা বাবু।"

মই অবাক হ'লো, সুধিলো "কিমান আছে ?"

"আঢ়ৈ হাজাৰ মান হ'ব"

"ইমানবোৰ টকা মোক থবলৈ দিয়া কিয় বচিৰ ?"

"ৰাখক বাবু। মই অগৰ অগপকৈ থৈ যাম। আপোনাৰ লগত থাকিলে অহাবাৰ পাৰিলে মই কিজানি পাৰিম।"

মোক ইমান বিশ্বাস কৰিছে কিয় বা নিজৰ চিনাকি মানুহৰ তালৈ নগ'ল কিয় দুগি সুধি ভদ্ৰতা নকৰিলো। তথাপি ক'লো "এটা কথা বচিৰ, ইমানবোৰ নগদ টকা মই ঘৰত নথওঁ। এটা কাম কৰিম, মোৰ একাউণ্টতে জমা থম। তোমাক যেতিয়াই লাগে উলিয়াই আনিম, হ'বনে ?"

"সুত বাবু..."।

"সুতৰ টকাটো বাক তুমি নিব নালাগে। ময়ে যি কৰো কৰিম।"

তাৰ পিছৰ পৰা অলপ অল্পপকৈ টকা থৈ গৈছিল বচিৰে। ময়ো সময় যোৱাৰ লগে লগে তেওঁ খা-খবৰ কৰি আছেনে সুধিছিলো। বচিৰৰ পৰাই জানিছিলো, মছজিদ উল হাৰামত এবাৰ থিয় হৈ আল্লাহক চিন্তা কৰিব পাৰিলেই জীৱন সাৰ্থক হৈ যাব।

কোনো উপায়ে সেই পবিত্ৰ ভূমিত খোজ এটা দিব পাৰিলেই জীৱনৰ বাসনা পূৰ্ণ হ'ব।

কথাবোৰ কওঁতে বচিৰৰ চকু দুটা উজ্জ্বল হৈ উঠে। মুখৰ আগত যেন মক্কা মদিনাৰ ছবিহে দেখে।

নাই হোৱা, মই নিজে সেইবোৰৰ আও ভাও নাপাওঁ। কেতিয়াবা কিবা সুধিবৰ মন গলে অফিচৰ কটিকক সোধো। পিছে গম পালো, তেওঁক মই বচিৰৰ টকা জমা থোৱা কথাটো ক'ব নালাগিছিল। অযথা এটা ঈৰ্ষা জগাই দিলো তেওঁৰ মনত। কিন্তু মোৰ একো লুকাব লগা কথা নাছিল। একান্ত শ্ৰদ্ধা আৰু বিশ্বাসেৰে যেনেকৈ এই অচিনাকি কৰ্ণী বেপাৰীজনে মোৰ ওপৰত আস্থা ৰাখিছে, এক বিশ্বাসেৰে ময়ো পইচা কেইটা থৈ দিছো। যিদিনাই তেওঁ লাগে বুলি কয়, উলিয়াই দিম।

পিছে, সিমান সহজ নাছিল বোলে কথাবোৰ। বচিৰেই কৈছিল এদিন সুধিবা বুলি। হজলৈ যাওঁ বুলিয়েই হেনো যাব নোৱাৰি। হজ কমিটি আছে, তালৈ আবেদন কৰিব লাগিব। তেওঁলোকে ঠিক কৰিব লাগিব আৰু কাগজ পত্ৰ বহুত কিবা কিবি কৰাব লাগে।

"মিছকিন, হ'লে হয়েই বাবু এনেকুৱা!" দীঘলকৈ উশাহ এটা লৈ এদিন কৈছিল বচিৰে। সেইটোনো কি হে?"

"গৰীব লোকৰ হজ্ব সহজ নহয় বাবু।"

"কেলেই নহব হে"। তুমি ইমান হেপাহ কৰিছ:" মই আশ্বাস দিওঁ।

নিজৰ আৰ্জনৰ টকাৰে খুবি অহাটোকে খৰচ কৰিবলৈ আচিব লাগিব। কাৰো পৰা ধাৰ কৰিব নোৱাৰে, পইচা এটা বদ উপায়ে আহিব নোৱাৰিব। সেইটো বোলে এটা কঠোৰ নিয়ম।

বচিৰে খৰচটো যোগাব বাৰু। কিন্তু নামটো চিঠিখেলত উঠিব লাগিব যে।

ফটিকক ধৰিছিলো অলপ খৰৰ কৰি দিবলৈ। বৰ সন্তুষ্ট মনেৰে নহলেও তেওঁ খবৰ নকৰাকৈ থকা নাছিল। মোকহে জনোৱা নছিল।

বচিৰে ইফালে এহৰামৰ কাপোৰ দুখোৰ কিনি অনালে বোলে। আকৌ এদিনৰ দৰে চাই সুধিছিলো, সেয়া নো কি?

"মক্কা পায়েই এহৰাম পিন্ধিব লাগিব বাবু। এবাৰ সেই সাজ কাপোৰ পিন্ধি অপবিয়াহ পাচ়িলে ওচৰৰ গছ-লতা, শিল মাটিয়েও আল্লাৰ নাম লয় বাবু।"

মই মুগ্ধ হৈ মানুহটোৰ মুখলৈ চাওঁ। মানুহটোৰ সৰল হাবিয়াস, একেবাৰে সৰল বিশ্বাস দুয়োটাই বৰ বেচিকৈ আকৰ্ষিত কৰিলে মোক।

হলে কি হ'ব; ফটিকে কিবা খেলি মেলি কৰি দিলে মোৰ চিন্তাক।

বচিৰ কেইদিনমান অহা নাছিল, সেইটো বিশেষ মন কৰিব লগা কথা নাছিল। এতিয়া নিশ্চয় হজ্ব কমিটিৰ লগত যোগাযোগ কৰি আছে। পিছে এদিন এওঁ "বজাৰৰ পৰাই কণী কেইটামান আনিবচোন।" বুলি কওঁতেহে গাত লাগিল, হয়তো বচিৰ সঁচাকৈয়ে ভালেমান দিন অহা নাই।

অফিচত ফটিকক সুধিছিলো হজলৈ কিমান দিন আছে বুলি।

"কেলেই, সেই ডিমৱালাৰ বাবে?"

"ডিমৱালা হলে কিবা অপৰাধ হয় নেকি?"

"ভাল ভাল ধোঁৱাই নাপায় যাহ ।"

ফটিকৰ বোধটো ক'ত মই ধৰিব পাৰিছিলো। মযো চাগে অলপ বেছি জড়িত হৈ পৰিছিলো। কথা নবঢ়াই মনে মনে থাকিলো।

সেই ফটিকেই কেইদিনমানৰ পিছত এদিন কৈছিল বোলে হজৰ লিষ্ট হৈ গ'ল। আপোনাৰ ডিমৱালাৰ নাম নাই। যেন সেই কথাটোকে ক'বলৈ, এই নগৰৰ কেই-জনমানৰ নাম কৈ গ'ল। 'ভাল ভাল ধোঁৱাই ।

মই আটাইকেইজনক চিনি নাপাওঁ। দুজনৰ নাম দুটা কিন্তু মনত গাঁঠি লগা দি লাগি গ'ল।

আমাৰ বিভাগত অলপ সৰহঁীয়াকৈ লেখন সামগ্ৰী কিনা হয়। শাখা কাৰ্যালয় কেইটালৈ ইয়াৰ পৰাই পঠোৱা হয়। তেনে যোগান দিবলৈ নগৰতে ভেকা ল'ৰাবোৰ আছে। এদিন এজন আহিল, আমাৰ চাৰে তেওঁৰ মইমত স্বভাৱৰ বাবে অলপ বেয়া পালে। তেওঁক যেন যোগান ধৰিবলৈ দিবই লাগিব। কাগজ থৈ যাবলৈ কৈ চাৰে তেওঁক সেইদিনা বিদায় দিলে। পিছদিনাই দেখোন চাৰে নিজে আগবাঢ়ি সেইজন ল'ৰাকে এবহাজাৰ মান টকাৰ যোগান ধৰিবলৈ নিৰ্দেশ দিলে।

আমি গমপালোঁহক; ল'ৰাজন আমাৰ বিভাগৰে চেক্ৰেটৰীৰ পুতেক। চেক্ৰেটৰীয়ে ফোন কৰি চাৰক পাৰিলে অলপ চাবলৈ অনুৰোধ কৰিছিল। অনুৰোধ মানে ..।

সেই চেক্ৰেটৰীজন দুটা মান হজলৈ যাব।

আনজন আক সঁচাকৈয়ে ঠিকাদাৰ। তেওঁকো জানিবৰ তেনে কোনো কথা নাছিল। পিছে তিনিবছৰ মানৰ আগতে কাগজে পত্ৰই তেওঁৰ নামটো বৰকৈ ওলাইছিল। ভাতৰ মানুহ। চহৰ ও, নগৰৰ পৰা পশ্চিমৰ গাঁও এখনেদি যোৱা বাছ এখন দলং ভাগি নৈত পৰিছিল। এধাৰজন মানুহ মৰিল। দলঙৰ কাঠবোৰ বোলে অকাঠি আছিল। ঠিকাদাৰ আছিল এইজন।

হ'লে কি হ'ব, লগাবাৰ টিকটৰ নম্বৰবোৰ কিবা মানুহৰ চিনাকি চাই উঠি নেকি?

আমি ধৰতে কোৱাকুই কৰিছিলো বোলে টকা কেইটা উলিয়াই আনি ধৰতে থৈ দিওঁহি নেকি। বচিব আহি লাগ নুপালেই যেন দি দিব পাৰো। ইতিমধ্যে টকা চাৰি হাজাৰৰ ওপৰ হ'ল। আক ভাবিলো ইমানবোৰ টকা ধৰত আনি থোৱা উচিত নহয়।

পিছে বচিব দেখোন নহাই হ'ল। আমিও কামৰ এৰি যে বচিবলৈকে বাট চাই আছিলো, সিও নহয়।

এদিন কাগজৰ বাতৰি এটাইহে জোকাৰি দিলে মনটো। হজ যাত্ৰা লৈ বিশেষ বেল এখনে বোম্বাইলৈ যোৱা বাতি যাত্ৰা কৰিছে। সেউজীয়া নিচান উকৰাই বেলৰ যাত্ৰা শুভকামনা কৰা আমাৰ মন্ত্ৰী এজনৰ ছবিৰে স'তে খবৰটো ওলাইছে।

টকা নিবলৈ নাহল যেতিয়া বচিবৰ যোৱা নহ'ল। কিন্তু মানুহটো গ'ল ক'লৈ?

প্ৰয়োজন নাছিল বুলি জানিও খেদ প্ৰকাশ কৰিছিলো ফটিকৰ আগত। "যাব নোৱাৰিলে যেতিয়া তাক ক'ব জমা টকাৰে সি সাদকা দিব।" ফটিকে যোক দিহা দিছিল।

এই কিবা আচহুৱা শব্দবোৰ একো বুজো। সোধাত বুজাই দিছিল বোলে "সেইটোও প্ৰায়শ্চিত্তৰ দৰেই। মন্দাত দুখানী দিবলৈ এটা উত্তৰ দাম দি দি পঠাব পাৰে মন গ'লে।"

সেইবোৰ কথা কবলৈ, মই নিজেও বুজো আৰু ক'বলৈ বচিৰকে আজিলৈকে দেখা নাই। ঘৰটো বিচাৰি এদিন দেওবাৰে চাইকেলখন লৈ ওলাই গৈছিলো। কোনেও বচিৰক চিনিও নাপায়, ঘৰটোও দেখুৱাব নোৱাৰিলে।

মোৰ চিন্তা দেখি ফটিকে হাঁহিছিলেহে।

মোৰ দুখ লাগিল। "দীন দুখী" ঈশ্বৰ দুখীয়াৰ পৰা সঁচাকৈয়ে আঁতৰিহে যায় নেকি? বচিৰৰ অন্তৰৰ আকৃতিটো মই যোৱা কেইবছৰ দেখি আহিছিলো। এবাৰ কথা পাতিলেই বুজিব পাৰি কিমান সৰল আৰু নিষ্পাপ আছিল মানুহটো।

হলেও, মানুহটো গ'ল কলৈ? বেচেৰা দৰিদ্ৰৰ সাগৰো শুকাল, মাণিকো লুকাল।

ঠিক নহ'ল কথাটো, টকা কেইটা মোৰ নামতে জমা আছে এতিয়াও। বচিৰ আহিলেই উলিয়াই আনিম। মই ভাবো ঘৰটো এৰি যোৱাৰ আগতে নাহিলেহে লেঠা লাগিব।

আহিব চাগৈ।

# ভুলে ভট্কে শিবিৰ

"লাহে লাহে। চাৰ দেই, দেখি ..."

বাছখনত তিনিখন বাছৰ মানুহ খুন্দ খাই আহিছে। বাছৰ ওপৰতো। সকলো মানুহেই হেৰাইছেতেন ভাবেই আছিল। লগত প্ৰত্যেকেই একোটাকৈ টোপোলা লৈ আহিছে। লগত ৰাখিবই লাগিব। মাল তোলাকৈ তুলিবলৈ ঠায়ো নাই, চিনি পাব পৰাকৈ কোনো চিনো নাই টোপোলাত। দিনটোৰ কথাই নাই, ৰাতিও এটাই থাকিব লাগেনে দুটাই কটাব লাগে একো ঠিক নাই। কাপোৰ একোসাজ, কম্বল, ঘটি একোটা আৰু ঘূৰি যাওঁতে গঙ্গাজল ভৰাই নিব পৰাকৈ সাঁফৰ থকা বটল একোটা।

"চাৰ, চাৰহে. বুঢ়া মানুহ"

বাছখন ৰ'লহি কালি সড়কৰ নিৰ্দিষ্ট মুকলি পথাৰখনত। তাৰ পৰা খোজ কাঢ়িব লাগিব। মুকলি পথাৰ মানে, পথাৰহে মুকলি, ইতিমধ্যে কিন্তু একোতাল ঘাঁহৰ ওপৰত একা একোটা মানুহ। মতা, তিৰোতা, ডেকা, গাভৰু, ল'ৰা-ছোৱালীলৈকে। বয়সৰ হিচাপ নাই। ভিৰৰ হিচাপ কিন্তু সেয়া।

বাছৰ পৰা নামিবলৈকো ঠাই নোহোৱাৰ দৰে। সেইহবে নামিও সকলো বিবুধি হ'ল। সৰহ সময়ৰ বাবে নহয় কিন্তু। এখন্তেক বৈয়ে প্ৰত্যেকেই নিজকে সোঁতত এৰি দিলে। মানুহৰ ঢল এটা একালে ৰ বাবলৈ ধৰিলে। কোনেও সজাগে খোজ দিব পৰা নাছিল। আপোনা আপুনি যেহাটো আগবাঢ়ি গৈ থাকিল।

সুকণ্ঠা উলিওৱাই টান। বিৰণ খোপাৱে যাকৰ কান্ধলৈ তুলি ল'লে। লৈয়ে "জয় গঙ্গাজী" বুলি বিকট চিঞৰ এটা মাৰি দিলে। কাষৰ কেইজনেও "জয় হো" বুলি একেলগে চিঞৰি উঠিল।

....মৌনী অমাবস্যাৰ দিনা প্ৰয়াগত স্নান কৰিবলৈ পোৱাটো বহুজনমৰ পুণ্যৰ ফল। চল্লিছ-পঞ্চাছ লাখ তীৰ্থ যাত্ৰীৰ মহা সমুদ্ৰত এটা টোপালাৰ দৰে সোমাই পৰিল বিষণ যোশী, কান্ধত সত্তৰ বছৰীয়া মাকৰ অকণমান দেহাটো। মাকৰ মুখত মাত নাই। চকু দুটা যোৱা গধূলি পৰত বাছত উঠাৰ পৰাই সেমেকি আছে। কতদিনৰ আকুল আকুতি এটা তীৰ্থৰাজে কৃপা কৰি শুনিছে। কিমান ভাগ্যৰ ফলত, ল'ৰা বিষণে এইদৰে কষ্ট কৰি বুঢ়ীক গঙ্গা দেখুৱাবলৈ আনিছে, তাকে ভাবি মনত গভীৰ প্ৰশান্তি বুঢ়ীৰ। জগত জননী, পতিতপাৱনী গঙ্গাৰ পানীত, তাকো ত্ৰিবেণীৰ দৰে মহাতীৰ্থত জোবোৰা এটা মাৰিবৰ হেপাহ এতিয়া পূৰাবৰ উপক্ৰম হৈছে। গিৰীয়েক জীয়াই থাকোঁতে এই দুশ "কোশ" বাটৰ ভাড়া গোটাব নোৱাৰিলে।

ল'ৰাই আনিলে এয়া। বাচি থাকক মোৰ বাছা। গঙ্গা মায়ে তাক কৃপা কৰিব।

ত্ৰিবেণী বান্ধলৈকে এই এক কিলোমিটাৰ বাট আহোঁতেই এঘণ্টাতকৈ সৰহ সময় লাগিল। বিষণৰ চকু দুটা আধামুদা। কালৈকো চোৱা নাই, কাকো মাতো দিয়া নাই। বাটলৈ চাবৰ প্ৰয়োজনেই নাই, কেৱল ঠেলি দিলেই হ'ল। তাক কাৰোঁতেই পিছে বাছত একেলগে অহা মানুহৰ কোন কেনি গ'ল চিন হেৰাল। সেইটো অৱশ্যে জনা কথা। সকলো নিজৰ নিজৰ দায়িত্বত আহিছে।

মথাউৰিত উঠিলেই গঙ্গা দেখা যায়। বিষণে সংস্কৃত পঢ়িব জনাইহঁতেন দুইজনে কৈছেন, সেইখিনিতে বিজুলী বিভাগে তৰি থোৱা বিৰাট লাইট পোষ্টাৰ ফলি এখনত লিখা আছে "গঙ্গে তব দৰ্শনাৎ মুক্তিঃ।"

ৰ'বৰো সময় নাই। ঘূৰ ঘূৰ চাবৰো উপায় নাই বিষণৰ। সন্মুখত বিশাল সঙ্গম স্থল। বিশাল জনসমুদ্ৰ। আৰু এক সমুদ্ৰ সদৃশ ডাঙৰ হাজাৰ হাজাৰ তম্বুৰ, বিৰাট বিৰাট তোৰণ। আৰু সকলো চেৰাই মানুহৰ দূৰৰ এখন ওখোৱা মোখোৰা দলিছা।

ভাগৰ লাগিছে বিষণৰ। কান্ধৰ বোজাটো ক্ৰমে গধুৰ হৈ পৰিছে। এখন্তেক জিৰাওঁ বুলিবলৈকো উপায় নাই। কাৰণ এখন্তেক একাষৰীয়া হৈ থিয় হ'বলৈকো দিয়া নাই চিপাহী চকুৱীবোৰে। তেওঁলোকে হুমিয়াই আছে—"গৈ থাকা, গৈ থাকা।"

হঠাৎ কাণত পৰিল, বাটৰ কাষৰ মাইক এটাত ঘোষণা কৰি সকলো তীৰ্থযাত্ৰীকে সতৰ্ক কৰি দিয়া হৈছে, অযথা কোনো লোকে বাটে পথে জুম বান্ধি আনক বাধা নিদিয়ে যেন। আৰু দুখোজ গৈয়ে গম পালে মাইক লগোৱা আছে প্ৰায় প্ৰতি দহ খোজতে। ঘোষণাও কৰি থকা হৈছে মুহূৰ্তে মুহূৰ্তে।

"ভুলে ভটকে" নামে স্বেচ্ছাসেৱীৰ শিবিৰ এটা আছে। তাৰ পৰা বিৰামহীন-ভাৱে দিহা, পৰামৰ্শ, সকিয়নি বা খ' খবৰ দি থকা হৈছে।

"স্নানাৰ্থী যাত্ৰী সকললৈ বিনীত নিবেদন,
কোনেও যেন বাটে পথে য'তে ত'তে শৌচ পেছাব
নকৰে। তেনে কামৰ বাবে সক সক বেৰা দিয়া
ছালি আছে। সেই সুবিধায়েন ব্যৱহাৰ কৰা হয়।"

বিষণৰ কথা শুনিয়ে পেছাবৰ ভাব এটা হ'ল। দমাই থ'লে। কোনোবাই বাট হেৰুৱালে, নগৰ মানুহ এৰাএৰি হ'লে, এই শিবিৰৰ পৰা মাইকত ঘোষণা কৰি দিয়া হয়। হাতত পৰিচয় জ্ঞাপক ফিটা বান্ধি স্বেচ্ছাসেৱক ঘূৰি ফুৰিছে। প্ৰয়োজন হ'লে যাকে তাকে হাতত ধৰি লৈ গৈ লগা ঠাইত থৈ আহেগৈ।

"লক্ষণ মিশ্ৰ, গাঁও সৈদাপুৰ, থানা উৎৰাঙ,
আপুনি মেলাক্ষেত্ৰত য'তে আছে তৎক্ষণাৎ
ভুলে ভট্‌কে শিবিৰলৈ গুচি আহক,
আপোনাৰ পত্নীয়ে আপোনালৈ অপেক্ষা
কৰি আছে ....।"

"এটা ল'ৰা, বয়স প্ৰায় পাঁচবছৰ।
চুলি খুৰোৱা। নিজৰ নাম শ্যাম
সুন্দৰ বুলি কৈছে। দেউতাৰ নাম
মুৰেলাল বুলি কৈছে। আপুনি আহি......।"

এনে ঘোষণাৰ লেঠাৰি ছিগা নাই। প্ৰতি খোজ আগবাঢ়ি এটা নতুন ঘোষণা শুনিবলৈ পাইছে বিষণে। মাতটো মাজে মাজে সলনি হয়। পুৰুষৰ মাতত যদি দুটা ঘোষণা হয়, পিছৰ দুই তিনিটা হয়তো এগৰাকী তিৰোতাৰ মাত। হেৰোৱা বা বিচৰা আকুতি একোটা ঘোষিত হৈয়ে আছে।

সংগম স্থলৰ বিৰ দি বাট নোপোৱা জনতাক নিয়ন্ত্ৰণ কৰাটো এটা বিৰাট দায়িত্ব। পুলিচ বাহিনীৰ লোকৰ মাত ভাগি গৈছে। বিষণ সংগম মুখী সোঁতত গৈ আছে। সংগমৰ পৰা স্নান শেষ কৰি ঘূৰা মানুহৰ সোঁত আন একাষে গৈছে। মথাউৰি এৰি বালিয়ে বালিয়ে যাবলৈকো বাট ভালেমান ছোৱা। বিষণে দাঁত কামুৰি লৈছে। কাষৰ বোজাৰ উপৰিও এটা ব্ৰতৰ কঠোৰতাইহে যেন তাক টান কৰি পেলাইছে। কান্ধৰ ওপৰত মাকে আলফুলকৈ পুতেকৰ মুৰটো সাৱটি ধৰিছে। মৰমত পৰি গৈছে

মাকৰ মনটো। হিয়া উবুৰিয়াই আশীৰ্বাদ দিছে পুতেকৰ কল্যাণ হওক বুলি। গংগা, গংগা, গংগা পৰম পবিত্ৰ গংগাই যেন সাৰ্থক কৰে তাৰ মানৱ জীৱন।

"বিশম্ভৰলাল, গাঁও মতিঝৰিয়া, আপোনাৰ
লগৰ দীনদয়াল কিলাঘাটত বৈ আছে ...।"
"এটা ল'ৰা। গাত নীলা কামিজ। বয়স প্ৰায়
সাতবছৰ। গাঁও বিদাঃ। তেওঁৰ মামা য'তে আছে...।"

বিষণে কান্ধৰ বোজাটো নমাবলৈ অকণমান সুচল বিচাৰি লাহে লাহে ভুমৰ মাজৰ পৰা বাটৰ কাষলৈ যাবলৈ চেষ্টা কৰিছে। প্ৰতিটো খোজতে বাওঁকালে অকণমান ঠেঁচা এটা দিয়ে। সৌৱা, পাণ্ডাসকলৰ ছাতিবোৰ দেখা গৈছেহি। পানী নিচেই ওচৰতে এতিয়া। সংগম: ত্ৰিবেণী। হিন্দু ভাৰতৰ মহাতীৰ্থ। সিও আজি এক মহাপুণ্য তিথি, মৌনী আমাবস্যা। মাহ মাঘ।

কিছুদূৰ আগবাঢ়ি বৈ দিলে বিষণ। এখন ছাতিৰ তলৰ পৰা এটা সৰু দল উঠিব খুজিছে। পাণ্ডাৰ ছাতি। সেই ভুম যাত্ৰীক স্নানৰ বাবে প্ৰস্তুত কৰি, পানীলৈ লৈ যাব খোজা হৈছে। পাণ্ডাৰ যোগালি এজনে বয়-বস্তুবোৰ চম্ভালি লৈছে। ছয় কি সাতজন মানুহ। এজনে আনজনৰ হাতত ধৰি লৈছে। এৰাএৰি হোৱাৰ ভয়ত।

বিষণ আগবাঢ়ি গ'ল। ভুমটোৰ গাতে লাগি বৈ দিলে। কোনোবাই বিষণৰ ভৰিত হাত দিয়া যেন পালে। তললৈ ভালকৈ চাবও নোৱাৰি। তথাপি গম পালে সেই ভুমটোৰে এজন বয়সীয়াল মানুহে তাৰ ভৰিত হাত লগাই থিয় হৈছে আৰু কোমল চাঁহি এটাৰে তাকে কৈছে—"ধন্য হো' বাচ্চা শ্ৰৱণ কুমাৰ। এনেদৰে মাৰাক তীৰ্থ কৰাবলৈ আনিছা: তুমিহে আচল পুণ্যবান।"

মানুহজনে সেই হেঁচাঠেলাৰ মাজতো বিষণৰ কান্ধত থকা বুঢ়ী মানুহজনী যে তাৰ মাক ধৰিব পাৰিছে। এই অবিশ্বাস্য ভিৰৰ মাজত, সেইদৰে অভাৱনীয় কষ্ট কৰিও মাকক জনসমুদ্ৰ পাৰ কৰি পানী যুৰলি পোৱাইছেহি, সেই পুত্ৰ নিজেই এক তীৰ্থ।

ছেগ বুজি বিষণে লাহেকৈ মাকক মাটিলৈ নমাই দিলে। নিজে ঠেলা চম্ভালি এখন্তেক ভৰিৰ মাজত মাকক আগচি ধৰি পিঠিটো পোনাই ল'লে। মাকেও পুতেকক সকাহ দিবা বুলি খন্তেকৰ সেই মাটিতে বহিল। এটা বাউসীৰ পৰা ওলোমাই অন সৰু টোপোলাটো মাকৰ কোলাত দি বিষণে মুৰ ঘূৰাৰ পৰা দিশলৈ চালে, সেয়া বোলে ৰামঘাট। এবেণ্ডা মেলিলেই গংগা-যমুনাৰ সংগম। সৰস্বতী আঁৰে আঁৰে বৈ আছে। পবিত্ৰ ত্ৰিবেণী। তীৰ্থৰাজ প্ৰয়াগ।

পাণ্ডা পণ্ডিতৰ দাবী ধমকিৰ মাজে মাজে একো আধাৰ মন্ত্ৰও শুনা যায়। কোন

পাণ্ডাৰ কোন যজমান ঠিক নাই। কাৰ মন্ত্ৰ শুনি কোনে স্নান কৰিছে তাৰো ঠিকনা নাই। কোনোমতে জোৰোৰা এটা মাৰিব পাৰিলেই হয়।

ছালিৰ গৰাকী পাণ্ডাৰ মানুহজনে ধৰিলেই। নাম-গোত্ৰ কি কওক। লৰালৰি কৰক। ঠাই আগুৰি বহি থাকিলে নহ'ব।

"ফেৰীৱালা ভাইসকল, আপোনালোকে নিজৰ ঠাই
এৰি ঘূৰাফিৰা নকৰিব। অন্যথা ভৰ বাঢ়ে ...... ।"

"নীতা দেৱী ; উমৰ্ কৰিব্ চালিছ সাল, গাঁও
পানাগড়। তেওঁ ভুলে ভট্‌কে শিৱিৰত গ'বাৰ বাবে...... ।"

"এক মিনট্, মহাৰাজ।" বিৰণে পাণ্ডাক কাবৌ কৰিলে। "মই অকণমান সুবিধা পালেহে আইক লৈ যাব পাৰিম।" তাকে কৈ বিৰণে অকণমান চাপৰি মাকক সকাই কিবা এটা ক'লে। পানীৰ কেনেকৈ কোনফালে নিব পাৰি, অকণমান চাই লৈহে যাব পৰা হ'ব।

"যা বাছা...... !" বুলি মাকে সন্মতি দিলে।

ৰব ডুখত বহু জীৱন বৃটান। পুত্ৰকে যে এইখিনিকে কৰিছে তাকে পৰম সৌভাগ্য বুলি ভাবিছে।

বিৰণে পানীৰ ফালে এখোজ ডুখোজকৈ আগবাঢ়ি গ'ল। স্নান কৰিবলৈ গোৱা তীৰ্থযাত্ৰীৰ দল এককাপ, এদুটু, এডিডি পানীত নামি জনাই নজনাই মন্ত্ৰ মাতি ডুব মাৰিছে। পাণ্ডা আৰু পুলিচ দুয়ো একেলগে চিঞৰিছে—"হ'ল, হ'ব আৰু, উঠি আহক।"

যাত্ৰী, স্নানাৰ্থী সকলৰ ঘূৰ' বাট কিলঘাটৰ ফালে।

"প্ৰয়াগৰ অহা সকলো যাত্ৰীকে সোৱৰাই
দিয়া হৈছে যে শৌচ পেচ্ছাব কৰিবৰ বাবে
ঠায়ে ঠায়ে শৌচালয়ৰ সুবিধা কৰি দিয়া হৈছে।
কৃপয়া উসেহি প্ৰয়োগ কৰেঁ।"

"মেৰালাল, মেৰালাল, গাঁও নকাৰ গঞ্জ, থানা
বৰেলি, আপুনি...... "

সময় পাৰ হৈ গৈ আছে। যোৱা ৰাতি নাৰ বজাৰ পিছৰ পৰাই স্নান চলি আছে। এতিয়া আবেলি হ'লহি। বিৰণে চাওঁতে বেচৰাই, স্থচল বিচাৰি পোৱা নাই। হে তীৰ্থৰাজ, তাক সোনকালে ঘূৰাই আনি দিয়া।

হাড় কপোৱা জাৰ আৰু আন্ধাৰ একেলগে নামি আহিল।

"তুলসী বাবা আশ্ৰমত তৈঁকিৰ ভানুমতী
দেৱীয়ে তেওঁৰ স্বামী সাঁৰৱমললৈ অপেক্ষা—"

বুঢ়ীৰ কুজটো ওলাই পৰিছে। গা-ঢাকিবলৈ অনা কাপোৰখন টোপোলাতে আছে হৈ বন্ধা। গাঠিটো খুলিব পৰা নাই। দুৰৰ পৰা ভৰিলৈ থৰথৰকৈ কঁপিছে বুঢ়ী।

"হে প্ৰয়াগ মহাৰাজ। মোৰ বাছা বিষণক সুবিধা এটা দেখুৱাই দিয়া।"

সুবিধা কৰি লৈছে বিষণে। তিনিঘণ্টামানেই লাগিল। সিহঁতৰ জিলালৈ যাব লগা বাছ এখনৰ ছালত উঠি লৈছে। অসুখন নহয়। ভিতৰত ঠাই নাই। ওপৰতো এজাক মানুহ! সকলোৱে কালি ৰাতিৰ পৰাই একজন দুজনকৈ গৈ ত্ৰিবেণীত স্নান কৰিলে। এতিয়া এয়া উভতিছে। বিষণে কাকো চিনি নাপায়। ভিন ভিন গাঁৱৰ মানুহ। জিলাহে একেখন।

পাগুৰা মানুহটোৰ খং উঠিছে ঘাটত। "এই বুঢ়ী। তোৰ পুতেৰ কলৈ গ'ল?"

উত্তৰ দিবলৈ মাতেই নোলাল বুঢ়ীৰ। চকু দুটা তিতি আছে মাথোন। হাতখন অকণমান জোকাৰি ইংগিতেৰে ক'ব খুজিছে—আহিবই ৰ'বাছোন।

কোন সময়ত বুঢ়ীৰ চেতনা হেৰাল কোনেও নাজানিলে। কাহিলি কাহিলি পোহৰ হওঁতে স্বেচ্ছাসেৱক এজনে ঠেলা এটা মাৰি বুঢ়ীক জগাব খুজিলে। বুঢ়ীৰ গা শিল যেন চেঁচা। ল'ৰাজনে কিবা এটা সুধিছিল। বুঢ়ীৰ মুখৰ পৰা অস্ফুট মাতেৰে কেৱল 'বিষণ' শব্দটোহে ওলাল।

কাহিলি কাহিলি পোহৰ হওঁতেই বাছখন আজমগড বজাৰত ৰ'লহি। বিষণ বাছৰ পৰা নামি আহিল। জাৰত সিও ঠেৰেঙা লাগিছে।

"এগৰাকী বুঢ়ী। গোটেই ৰাতি সঙ্গম ঘাটত
কাৰবাৰলৈ বাট চাই আছে। কথা ক'ব পৰা নাই।
কেৱল "বিষণ" বুলি মাত দিছে।
তেওঁৰ নগৰ মানুহ আহি লৈ যাওকহি।"

লাহে লাহে পোহৰ হৈ আহিল। বিষণে জেপ খুচৰি দহনয়া এটা উলিয়াই দুটা বিড়ি কিনি ললে দোকান এখনৰ পৰা। বাহিৰতে চোকা জুলাব খুজিছে দোকানীয়ে। তাতে বিড়ি এটা জ্বলাই হোপা এটা মাৰি মনে মনে ভাবিলে—ল'ৰা-ছোৱালী দুটাৰ মুখলৈ এমুঠি লৰহকৈ যাব, এতিয়া। দেশৰ যি অৱস্থা হৈছে, আনকি খৰিৰে যি সংকট হৈছে, মানুহ মৰিলে সংকাৰ কৰিবৰ উপায়ো নোহোৱা হৈছে, সামৰ্থ্যও নোহোৱা হৈছে।

"এগৰাকী বুঢ়ী। উমৰ কমেও সত্তৰ সাল। ত্ৰিবেণীৰ
ওচৰত নিথৰ হৈ পৰি আছে।
বহুত নাজুক
হাল। সগৰ মানুহে তেওঁক লৈ যাওকহি।"

অমাৱস্যা শেষ হ'ল। মানুহ পাতলিবলৈ ধৰিছে। কৰ্মৰত মানুহবোৰে স্বস্তিৰে উশাহ ল'ব খুজিছে। কাম বাঢ়িছে ভাঙ্গি, জমাদাৰ সকলৰহে। দিনবাতি ছেদতেদ লোহাৰাটিক তেওঁলোকে ঝাড়ু, কোদ, পাচি লৈ কাম কৰি আছে। শেষ হোৱা নাই, নহওঁৱা বেগাত।

ঘৈণীয়েক আৰু ল'ৰা-ছোৱালী দুটা লৈ সংসাৰ থকা সৰু বিষণৰ। এনেয়ে খেতিৰে টুক্‌টুক্ টাক্‌টাক্‌কৈ চলি আছিল। কিন্তু যোৱা দুবছৰে যি খৰ গ'ল দেশত, গোটেই টকলা কৰি পেলালে পৃথিৱী। অহা বছৰ কিয়, অহা দিন কেইটাৰ কথা ভাবিলেই গাৰ লোম ডাঙি ডাঙি হয়। বাছৰ ভাড়াতে সাচতীয়া পুঁজি শেষ হৈ গ'ল। গঙ্গাজীয়ে আমাক উদ্ধাৰ নকৰিলে, সকলো দুখৰ বোজা পাতলাই নিদিলে কোনে দিব?

বিষণে গাঁৱৰ ফালে খোজ ল'লে। তালৈকো ন-দহ 'কোশ' দূৰ।

"বিষণ নামৰ মানুহজন মেলাক্ষেত্ৰৰ য'তে
আছে, তুৰন্ত্ ত্ৰিবেণী ঘাটলৈ আহক। তেওঁৰ
সগৰ বুঢ়া মানুহ গৰাকী......"

বিষণৰ ঘৈণীয়েকে নিশ্চয় বুজিব। ল'ৰা-ছোৱালী হালক কিবা এটা ক'ব লাগিব। এসময়ত হয়তো সিহঁতেও বুজি পাবলৈ। পালেও উপায় নাই। পাওক। সিহঁতক লৈ জীয়াই থকাৰ তাগিদাতে বহুত ধন ভৰি, অশেষ কষ্ট কৰি বিষণে তীৰ্থ কৰি আহিল।

"কৰ্তব্যত থকা ভাঙ্গি দুজন ত্ৰিবেণী ঘাটলৈ
যাওক। চিপাহী ৰাম বদনে সিহঁতে এটা লাছ
পহৰা দি আছে। দুদিন একে ঠাইতে পৰি
থকা এগৰাকী বুঢ়ীৰ মৃতদেহ।
কোনেও চমজি
ল'বলৈ অহা নাই......"
"ইউ-পি-চি ২৯০১ নম্বৰ গাড়ীৰ ড্ৰাইভাৰ য'তে
আছে গাড়ীৰ ওচৰলৈ যাওক।"
"এযোৰ ক'লা ফ্ৰেমৰ চশমা পোৱা গৈছে......।"

"মৌন অমাৱস্" পাৰ হৈ গ'ল। প্ৰায় পকাছ লাখ পুণ্যাৰ্থী মানুহ আহিছিল সঙ্গমলৈ। তীৰ্থৰাজ প্ৰয়াগত স্নান কৰি সকলোৱে বৈকুণ্ঠত ঠাই সংৰক্ষণ কৰি ঘৰলৈ উভতিলে।

সেই ভিৰ আৰু নাই, এতিয়া।

# মোৰ তেজৰ বোলেৰে

এইজনক ধৰিলে আঠজন হ'ল প্ৰিয়নাথে লগ ধৰা প্ৰকাশক। কেউজনৰ ভিতৰতে এইজনাকে অলপ ব্যতিক্ৰম যেন পালে। আন কেইজনৰ বেছিভাগেই পোনে পোনে কৈছিল নোৱাৰে বুলি। দুজনমানে ব্যাখ্যা কৰিছিল কিতাপৰ বজাৰ ক্ৰমে কিমান বেয়া হৈ গৈছে বুজাব খুজি। পাঠ্যপুথি প্ৰকাশ কৰাটো বন্ধ হোৱাৰে পৰা মানুহে আন কিতাপো প্ৰকাশ কৰিবলৈ এৰি দিয়াৰ দৰেই হ'ল। পইচা কেইটা এবাৰ সোমাই গলে উলিওৱা টান। কবিতাৰ কিতাপ আৰু টান ইত্যাদি। এজনেও প্ৰিয়নাথৰ হাতৰ পৰা লৈ পাণ্ডুলিপিটোকে লুটিয়াই চাব নুখুজিলে।

এই ভেকাজনেও একেদৰেই কৈছিল, নোৱাৰিব। কিন্তু তেওঁৰ কথাত এটা প্ৰত্যাখ্যানতকৈ আন্তৰিক অসামৰ্থ্যহে প্ৰকাশ পাইছিল। সেইবাবে প্ৰিয়নাথ বহিল তেওঁৰ কাষত অলপ সময়। "অলকা প্ৰকাশন" নাম দি খোলা এই সৰু প্ৰতিষ্ঠানটোৰ বয়স সৰহদিন হোৱা নাই। মালিকৰ বয়সো বৰ বেছি নহয়। ভাল কিতাপ পালে প্ৰকাশ কৰাৰ হেঁপাহ এটা আছে। কিন্তু তেনেকৈ নাম কৰা লেখকৰ কাষ চাপিব পৰা নাই। অৰ্থবল নথকা বাবেই।

কিমান খৰচ পৰিব পাৰে বাৰু? সুধিছিল প্ৰিয়নাথে।

পাণ্ডুলিপিৰ বান্ধোৱা বাহীখন হাতত লৈ আছিল ভেকাই। এবাৰ পাততবাৰ লুটিয়াই চাই কলে—আপোনাৰখন বৰ ডাঙৰ নহয়। এশ পৃষ্ঠা নহব গৈয়ে কিজানি। গল্প হোৱা হেঁতেন আধাহে হ'ব। বেটুপাত বান্ধোৱা কাম ভাল কৈ কৰাব খুজিলে সাত-আঠ হাজাৰ টকাৰ কমত নহয়।

প্ৰিয়নাথ হতাশ হ'ল। হলেও ভেকাৰ কথা কেইটা ভাল লাগিছিল। সৰলভাৱে কৈছিল। অলপ সময় টলকা মাৰি থাকি প্ৰিয়নাথে সুধি পেলালে— "সিমানখিনি টকা পালে বাৰু আপুনি কিতাপখন ছপাই উলিয়াব নে?"

তেকাই প্ৰিয়নাথলৈ চালে এবাৰ। বয়স সত্তৰৰ ওপৰত হ'বই নোৱাৰে। মূৰৰ চুলি গোটেইবোৰ বগা। মুখত এমহীয়া দাড়ি। ভ্ৰূ দুটা ওলাই পৰিছে। দাঁতকেইটা কিন্তু আছে। গাৰ কাপোৰ কানি সাধাৰণ। একেসাৰেকে কেবাদিনো পিন্ধি আছে যেন লাগিল। হাতৰ শিৰবোৰ ওলাই পৰিছে, ধৰি থকা মণ্ডল হাড়ত লাগি থকা বাবে।

ভাবিলে, বুঢ়াই এই বয়সত কবিতা লিখি ছপাবলৈ ইমান হেপাহ কৰিছে কিয়! কিন্তু লেখকৰ মনটো যে ধৰিব নোৱাৰি সেইটোও প্ৰকাশকে বুজে। সুধিলে—এইখন আপোনাৰ প্ৰথম কিতাপ নেকি ?"

"প্ৰথমো আৰু শেষো" সাধৰ সাধৰ যেন লগাকৈ ক'লে প্ৰিয়নাথে।

"টকা অলপ হাতত পালে নোহোৱাৰ কথাই নাই। অন্ততঃ কাগজৰ দামটোকে পালেও ।"

"আপোনাক তেনেহলে মই অনুৰোধ এটা কৰোঁ। এই পাণ্ডুলিপিটো মই থৈ যাওঁ। আপুনি আগখন নিদিয়াকৈয়ে পাৰে যদি প্ৰাথমিক কামখিনি কৰাওক। মই কেইদিন মানৰ ভিতৰতে গোটেইখিনি টকা আপোনাৰ হাতত পাৰিলে নিজে দি থৈ যাম, নোৱাৰিলে আনৰ হাতত দি পঠাম।"

"আপুনি ইয়াত নাথাকে নেকি ?"

"নাথাকো। ঘৰ মোৰ গাঁৱত। আপুনি মোক কথা দিয়ক কামটো আপুনি কৰিবই বুলি ।"

"ইমানকৈ ধৰিছে যেতিয়া কৰিব লাগিব। কবিতাখিনি কাৰবাক দেখুৱাইছিল নেকি বাৰু ?"

"নাই দেখুওৱা। কবিতা ভালেই হৈছে বুইছে, আপুনি নিজে এবাৰ পঢ়ি চালেই গম পাব।" কৈয়ে বৈ গ'ল প্ৰিয়নাথ।

প্ৰকাশকো অবাক হ'ল। মানুহজন কেনে ? নিজৰ কবিতাৰ চাৰ্টিফিকেট দিয়ে নিজেই ! মুখেৰে ক'লে "আপোনাৰ নামটোৱেই নাই দেখোন…।"

"নামটো দিম বাৰু বুইছে। মই পাতনিটো লিখা নাই। টকাৰ লগতে পাতনিটো দিম, তাতে সকলো থাকিব। আপুনি কিন্তু বেটুপাতটো নিজে চাইচিতি দিব। মই আহিলোঁ।" বুলি কৈ আকৌ ৰ'ল প্ৰিয়নাথ। সুধিলে—"পইচাখিনি পোৱাৰ পিছত বাৰু কিমান দিন লাগিব কিতাপখন ওলোৱালৈকে ?"

"ছপাই আমি পোন্ধৰ দিনতে দিম। আখৰবোৰ বহু কৰি থৰ নোথোৱে কোনো প্ৰেছে। বন্ধাওঁতেহে লাগে সময়। আপুনি বাৰু আহিব কেতিয়া ?"

"যিমান পাৰো সোনকালে আহিম। গৱজটো মোৰ যেতিয়া...।" বুলি কৈ কাগজ এখনত "অলকা প্ৰকাশন"ৰ নাম আৰু মালিকৰ নামটো টুকি ললে। তৈ প্ৰিয়নাথ ওলাই গ'ল।

প্ৰকাশক অনিল কলিতা। অলকা তেওঁৰ হৈণীয়েকৰ নাম। অনিল বহুত সময় থৰ হৈ থাকিল। আদহীয়া মানুহজনৰ ধৰণ কৰণবোৰ আচৰিত যেন লাগিল। অথচ সম্ভ্ৰম নকৰাকৈও নোৱাৰি। হয়েই নেকি কবিবোৰ এনেকুৱা!

প্ৰায় এমাহ মানৰ মূৰত ডেকা ল'ৰা এজন সোমাই আহিল "অলকা প্ৰকাশনৰ" মালিকৰ কোঠালৈ। হাতত টোপোলা এটা। সুধিলে "আপুনিয়ে অনিল কলিতা নহয় জানো?" মুখত হাঁহি এটা ডেকাৰ।

"হয়...।"

"এইখিনি আপোনালৈ দি পঠাইছে চাৰে।" বুলি টোপোলাটো আগবঢ়াই দিলে অনিললৈ।

"চাৰ কোন?"

"প্ৰিয়নাথ শৰ্মা. কবিতাৰ কিতাপ এখন যে ছপাবলৈ দিছে...।"

অনিলে প্ৰায় পাহৰিয়ে গৈছিল। পিছফালৰ ৰেকখনৰ পৰা বিচাৰি বহীখন উলিয়াই আনি সুধিলে "তেখেত নাহিল দেখোন?"

"চাৰ মাদ্ৰাজৰ ফালে গৈছে কিবা কামত। ইয়াতে টকা সাত হাজাৰ আছে, লগতে আপোনালৈ কিবা লিখিও পঠাইছে!"

অনিলে ডেকাজনক জানিবলৈ নিদিলে যে কবিজনৰ নামটো তেওঁ সেই মুহূৰ্ততহে জানিছে। টকাখিনি লেখিলৈ, লৰালৰিকৈ প্ৰিয়নাথ শৰ্মাই জমা হোৱা বুলি ৰছিদ এখন লিখি দিলে ডেকাক। দি চাহ একাপ বিচৰাই ল'ৰা এটাক পঠাই দিলে।

"চাহ মই নাখাওঁ। মই ঘূৰিব লাগিব। আকৌ কেতিয়া আহিম বাৰু। মানে চাৰ ঘূৰি আহোঁতে পলম হ'ব। মোকে খবৰটো কৰিবলৈ কৈ গৈছে।"

"এমাহৰ আগতে আহি লাভ নাই। ব'ব ছোন এই শৰ্মা আপোনাৰ চাৰ কেনেকৈ হ'ল?"

"আমাক পঢ়াইছিল চাৰে, কৈলাশকো। কিন্তু মই যাওঁ। দুই বজাৰ বাছখন নাপালে একেবাৰে বাতিৰ বাছলৈ ৰ'ব লাগিব।" বুলি ডেকা গুছি গ'ল। তেওঁ ওলাই যোৱাৰ পিছতহে অনিলৰ মুখলৈ প্ৰশ্নটো ওলাল "কৈলাশ কোন?"।

উত্তৰটো প্ৰিয়নাথে লিখা অকণমান চিঠিখনত আছিল! কিন্তু চিঠিখনতকৈও পাণ্ডুলিপি বুলি লিখা কাগজ কেই পৃষ্ঠা দেখিহে অনিলৰ খং উঠি গ'ল। এইজন আৰু

কৰ বাৰ্ণাড শ্ব ওলালহি, কবিতাৰ কিতাপ এখনত এই জাপ পাতনি লিখিবলৈ! আগতে চিঠিখনকে পঢ়া যাওক বুলি সেইখন খুলি চালে।

"প্ৰিয় কলিতা, আপোনাক কৈ অহামতেই টকাখিনি যোগাৰ কৰি আপোনালৈ পঠালো। অনুগ্ৰহ কৰি কিতাপখন যিমান সোনকালে পাৰে ছপাই উলিয়াওক। ছপাৰ আখৰত কিতাপখন নেদেখিলে মই মৰিও শান্তি নাপাম।

আপুনি ভাবি থকা মতে কবিতাবোৰ মোৰ নহয়। মোৰে এসময়ৰ ছাত্ৰ কৈলাশ দৈমাৰীৰ ৰচনা সেইখিনি। বাকীখিনি কথা পাতনিখনতে পাঢ়িব।

গীতাৰে

প্ৰিয়নাথ শৰ্মা।

আনন্দৰ ঔৎসুক্য বাঢ়ি গ'ল এইবাৰ। পাতনিখন মেলি পঢ়ি চাবলৈ ললে।

"কৈলাশ মোৰ ছাত্ৰ আছিল। সকলো পৰা তাৰ কোমল স্বভাৱে মোক আকৰ্ষিত কৰিছিল। পঢ়াশুনাত মধ্যমীয়া আছিল। আখৰবোৰহে বৰ বেয়া আছিল। সেইবাবে তাক বহুতবাৰ কাণত ধৰিছিলোঁ, চৰিয়াইছিলোঁ, আনকি বহাও দলিয়াই দিছিলোঁ; আখৰৰ তাৰ উন্নতি নহ'ল। বাইমানকৈ কদৰ্থনা কৰা স্বত্বেও তাৰ প্ৰতি থকা মোৰ প্ৰীতি কমি যোৱা নাছিল। তাৰো মোৰ প্ৰতি এটা শ্ৰদ্ধা আছিল। কথাৰে নোকোৱাকৈও পৰস্পৰে আমি সেই কথা উপলব্ধি কৰিছিলোঁ।

তাৰ শ্ৰেণী প্ৰতিপন্ন হ'ল সি স্কুল এৰাৰ পিছত। তেতিয়াও সি মাজে মাজে মোক মাতে লগ কৰিলৈ আহে। নতুন কিতাপ পঢ়িলে সেই বিষয়ে কথা পাতে। পঢ়া বিষয়ত কেতিয়াবা দিহা দিবলৈ আৰু এদিন অবাক কৰি মোক সি লিখা কেইটামান কবিতা পঢ়ি চাবলৈ দিলে। দিওঁতে লাজ আৰু সংকোচত সি কোঁচ খাই গৈছিল মানে মোৰ উপৰত থকা আস্থাৰ বাবেই শেষত অনুৰোধ কৰিব পাৰিছিল তাৰ কৃষ্টিৰ চানেকি চাবলৈ।

সেইদিনা পাতনি আছিল। পিছলৈ মই তাৰ লগত আৰু মোৰ সীমিত বোধেৰে তাৰ কবিতাৰ বিষয়ে আলোচনা কৰিছিলোঁ। তাৰ সীমাহীন আকাঙ্খা, পৃথিৱীক সুন্দৰ কৰিবৰ আগ্ৰহ আৰু বিশ্বক আপোন বুলি লবলৈ কৰা আপ্ৰাণ আকুতিয়ে মোক আকৰ্ষিত কৰিছিল।

কৈলাশে বিশ্বাস কৰা নাছিল বাবেই সুধিছিল:

আছেনে বিশ্বত বাৰু
শতৰৰ দেশ?
হাহিৰ সমাধি?

সেইবাবেই সি হতাশাত ভাগি পৰি এদিন মোৰ ভৰি দুটাত ধৰি কান্দিছিলহি: "মই নোৱাৰিলে চাৰ। মই কাকো বাধা দিব নোৱাৰিলো। আপুনি বিশ্বাস কৰক, এই নিষ্ঠুৰ সংঘটনৰ বাবে হাতত জোৰ লৈ অহা মানুহ কেইটা দায়ী নহয়। সিহঁতক সিচা লগাই বলিয়া কৰি দিয়া হৈছিল। স্বাৰ্থ আছিল আন কাৰোবাৰ।"

মই মুখলৈ মাত আনিব পৰা নাছিলো। একেখৰে চাই আছিলো সন্মুখৰ ফালে। অথচ দেখা নাছিলো। মনটো মোৰ একেবাৰে উকা হৈ পৰিছিল।

দুদিনৰ আগতে আমাৰ গাঁওখন জলাই দিছিল। জনজাতি অ-জনজাতি দুটি সৃষ্টি কৰা বিভেদ এটাই বৰ্ণনা কৰা এজাক উন্মত্ত মানুহে আমাৰ গাঁওখন ছেদোন-ভেদোনা কৰি থৈ গ'ল। তাৰ লগতে মোৰ সংসাৰখনো চুৰমাৰ হৈ গ'ল। চাৰিটা প্ৰাণীৰ মোৰ অকণমান সংসাৰখন শেষ হৈ গ'ল। মই বৈ গ'লো। সাধাৰণ কাম এটাৰ বাবে নগৰলৈ যাব লগা হৈছিল। ঘূৰি আহি ছাইখিনিহে পালোহি। শৱ যাত্ৰা বা সৎকাৰৰ প্ৰয়োজনেই নহ'ল। মোৰ খেৰৰ ঘৰ, সহজে জ্বলিছিল। সহজে তিনিটা প্ৰাণীও জ্বলি ছাই হৈ গৈছিল।

আশ্ৰয় শিবিৰতে কৈলাশ দৈমাৰীয়ে মোক লগ ধৰি মাত লগাইছিলহি। মই বহুত সময়ৰ পিছত চেতনা ঘূৰাই পোৱাৰ দৰে পাই তাক সোনকালে যাবলৈ কৈছিলো। মানুহৰ মনতো পশুৱ আছিছে। সেইবোৰ হিংস্ৰ হৈয়ে আছে। তাক অযথা আক্ৰমণ কৰিব পাৰে।

আকৌ শান্তি ঘূৰি আহিছিল অঞ্চলটো। সম্প্ৰীতি স্থাপন কৰিবলৈ হাঁহি উঠাকে আয়োজন কৰিছিল তথাকথিত দেশপ্ৰাণ নেতা সকলে। মোৰ মাটিত আকৌ সৰুকৈ ঘৰ এটা হৈছিল। তালৈকো আহিছিল কৈলাশ দৈমাৰ।

"মোৰ তেজ যদি দিও
দিবানে মেলি তোমাৰ প্ৰীতিৰ হাত?"

আকৌ কবিতা দেখুৱাইছিলহি মোক কৈলাশে। আকৌ এসময়ত এই তাৰ কবিতা আলোচনা কৰিছিলো।

আকৌ দুৰ্যোগ আহিল। এইবাৰ নতুন নিচাবে। নতুনকৈ পৰিচয় লগা হ'ল এচাম লোকক। কৈলাশৰ মোৰ আপত্তি। "আমি শান্তিৰে মানুহ বোলাই জীয়াই থকাটোৱেই আমাৰ পৰিচয় হব নোৱাৰেনে চাৰ? লৰা-ছোৱালবোৰে হাঁহি মাত্তি তুললৈ যাব, মাক হঁতে পদুলি মুখত আগবঢ়াই দিব, আকৌ আবেলি হলে সেইখিনিতে বাট চাই হাঁহি মুখে বৈ থাকিব?

খেতিয়কে শান্তিৰে খেতি কৰিব। হাল নথকা ঘৰে চুবুৰীয়াৰ হালখন খুজিলেই পাব। লাগে ভাগে খেতি চলাব?

মোৰ বেয়া নালাগে। কেতিয়াবা কিন্তু হাঁহি দিওঁ। সোধো—"তই সাধুকথাৰ দেশ এখন গঢ়িব খুজিছ নেকি?"

সি প্ৰায় জোকাৰ খাই উঠে। "সাধু কথাৰ দেশ কিয় হ'ব, চাৰ। আমি সামূহিক ইচ্ছাৰে তেনে এখন দেশ পাতি ল'ব নোৱাৰিম নে কি?

"সামূহিক কথাটোৱেই অচল হ'ল বুইছে, আজিকালি। গোটেই পৃথিৱী ব্যক্তি কেন্দ্ৰিক হৈ পৰিল। কোনেও নিজৰ গাৰ কাষৰ এজনো নেদেখা হ'ল। হৈছা হৈচা আপদৰ কথা। তাতকৈয়ো ডাঙৰ কথা আমি অকণো কান্তিহা সহ্য কৰিব নোৱৰা হলোঁইক।"

"পাৰিব চাৰ, নিশ্চয় পাৰিব।" বুলি একান্ত বিশ্বাসেৰে ভাবে সি। সেইদিনা সি মোক এখন বহী দি থৈ গ'ল। "এজনগে লিখি থৈছোঁ, চাৰ: মোৰ ভাল লগা কবিতাখিনি। চাই দিব। আথবৰ বাবে চৰ খোৱাৰ আগতে মই যাওঁ।"

এইবুলি সি গ'লগৈ।

ঘূৰি আৰু নাহিল কৈলাশ। বন্দুকেৰে, দাৰে, জুইৰে নিজক আৱৰি থৈ গোষ্ঠী পৰিচয় দিব নোখোজা বাবে সিও কাৰবাৰ শত্ৰু বুলি পৰিগণিত হ'ল। অচিনাক্ত আততায়ীৰ হাতত সি হঠাৎ এদিন প্ৰাণ দিলে।

কবিতাৰে সি সুধিছিল:

মোৰ প্ৰাণ যদি দিওঁ,
হাতে হাত ধৰি,
মেলিবানে হাঁহিৰ পোহাৰ?

হাঁহিছিল। কদৰ্যভাৱে সেই কেইজনে, যি কেইজনে, তাক জাতিদ্ৰোহী, জাতি-দ্ৰোহী বুলি মৃত্যুদণ্ড দিছিল।

নিৰীহ প্ৰাণ এটা মৰহি গ'ল। কৈলাশে কাকো টান কথা এটা কৈ পোৱা নাছিল। মই জানো, তাৰ বিৰুদ্ধে কোনেও। একো কোৱা মোৰ কাণত পৰা নাছিল।

আমাৰ সৰু সমাজখনতে হোৱা অসংখ্য গোষ্ঠী বিভাজনে তাক হতাশ কৰিছিল। সেই কথা মোতকৈ আৰু কোনেও উপলব্ধি কৰিছে বুলি মই বিশ্বাস নকৰোঁ। সি যে সমাজখনক সুন্দৰকৈ চাব খুজিছিল সেইটোও তাৰ প্ৰাণৰ আকুতি আছিল। থাকিলে কি হ'ব। এনে আকুতিৰে কোনো নেতা হ'ব নোৱাৰে। তেনে আকুতি আনলৈ সংক্ৰমিত নহয়। সেইটোৱেই তাৰ দুখ আৰু দোষ।

কবিতাৰে সি নিজৰ চিনাকি দিবলৈ চেষ্টা কৰিছিল। বিশ্বক জনাব খুজিছিল বিক্ষোভ তাৰ শত্রু, ভেদাভেদৰ চিন্তা তাৰ শত্রু, জাতি-ভাষা ধৰ্মৰ জেওৰা দিয়াবোৰ তাৰ শত্রু। মহা পৰাক্রমেৰে সি সকলো শত্রু বিনাশ কৰিব খুজিছিল। নোৱাৰিলে। ঘূৰি সিহে তেনে এচাম শত্রুৰ হাতত পৰাভূত হ'ল।

তাৰ আশাৰ লগত ক'ৰবাত মোৰ আকাঙ্ক্ষাৰো কিবা মিল এটা আছিল। মোৰ পৰিয়ালটো তাৰে বহুৰ কাৰবাৰ হিংসাৰ জুইত জাহ যোৱাটো সি সহ্য কৰিব পৰা নাছিল।

সি নিজেই হেৰাই যোৱাটো মই সহ্য কৰিবলৈ টান পাইছোঁ।

তাক জীয়াই ৰখাৰ প্রয়াসতে এই পুথিৰ প্রকাশ। তাৰ [illegible] আখৰেৰে মূল লেখাখিনি মই থৈ দিছোঁ। প্রকাশক শ্রীঅনন্ত কলিতাই অনুগ্রহ কৰি কিতাপখন ছপাবলৈ গাত লৈছে বাবে মোৰ কৃতজ্ঞতা জনালোঁ। বেচেৰা নতুন প্রকাশক। পুঁজিৰ অনাটন। মই গাঁৱৰ মাটিখিনি বেচি দিলোঁ। বিশ্বাস কৰিছোঁ, মোৰ সেইকণ সহায়েৰে কৈলাশ দৈমাৰীৰ আত্মাৰ উদ্দেশ্যে কৰা উৎসৰ্গা হ'ব। কবিতাখিনি মই ভাল পাইছিলোঁ। সাহিত্যিক গুণাগুণ গুণীজনে বিচাৰ কৰিব। ক'ৰবাত মোৰ দৰে কান্দি থকা হিয়াও একোখন থাকিব পাৰে। সেই সকলেও ভাল পাব।

প্রিয়নাথ শর্মা

কিতাপৰ নামটো দিয়া নাছিল। দৈমাৰীয়ে [illegible] নাছিল, [illegible]।

"ছাহিদৰ সমাধি" মূল লিখিত থকা [illegible] প্রথম পাতত আছিল। কবিতা এটাও নপঢ়াকৈ।

# ধৰণী ঘাঁহীৰ দোতাৰা

"কোনোবা আহিছিলনে কি?" গাৰ মলিয়ন বনিয়নটো খুলি খুলি ধৰণীয়ে আজি বোধকৰো সপ্তম দিনে সুধিলে।

ঘৈণীয়েকে একো নামাতিলে। মাতিবৰ প্ৰয়োজন নাই। যোৱা বছৰো কোনো অহা নাছিল। আগৰ বছৰো। এইবাৰ আহিব বুলি কেনেকৈ আশা কৰি আছে মানুহটোৱে? নিতৌ গধূলি ঘৰ সোমায়ে সোধে কোনোবা আহিছিলনেকি।

বনিয়নটো বেৰৰ কামি একালত গোঁজ মাৰি থৈ জুহালৰ গুৰিতে বহিলেগৈ ধৰণী। কেৰাহিকৈ চালে ঘৈণীয়েকে কিবা কুকং-কাবাং কৰিছেনেকি। নাই কৰা। এতিয়াই একো নিদিয়ে খাবলৈ মানুহজনীয়ে। একেবাৰে শুবৰ সময়তহে দিব কি আছে। কামৰ পৰা আহি জলপান খোৱা বিলাসটো এৰি দিলে। ল'ৰা কবীনক চাবলৈ ভাল। মাকৰ পিছে পিছে ঘূৰি ফুৰে। ছাগলী পোৱালিহে যেন এটা।

"নহ'বগৈ হ'বলা এইবাৰো…।" ধৰণীয়ে নিজকে কোৱাদি ক'লে।

বজাঘৰৰ পৰা খবৰ আহিব লাগে এনে সময়তে। গৰম যাওঁ যাওঁ। ধান চপাইছে মানুহে। এই সময়তে খবৰ আহে, "অ' যাবৰ হ'ল।"

সেই যোৱাই ওলাই যোৱা। তিনিমাহৰ পৰা ছমাহলৈকে কাম। ঘূৰি আহি কি আনন্দ! খা-খৰচৰ উপৰিও কানি-কাপোৰ দুই-এপদ আহে ঘৰলৈ। বছৰৰ একো টোপোলা আহে। গাত অঁত ভঁত ঘ-খজুৰতিও লাগি আহে দুই এঠাইত। মনৰ ফূৰ্তিতে ভাল হৈ যায় সেইবোৰ।

হাতী চিকাৰলৈ যায় ধৰণী। যাদু ফান্দীৰ নিতৌ সহচৰ। বজাঘৰৰ হাতী মহল লয়। ছয়-সাতটা চিকাৰী কুন্‌কী। সেইদৰে মাউত, ফান্দী লাগে। আৰু লাগে ঘাঁহী! ধৰণী, বাঁৰেজাইতৰ দৰে মানুহ। থাকিব লাগে হাতীৰ ভিলোত।

ঠেঙত ফয় লগাই বন্ধা হয় কি নহয়, সদাগৰৰ মাহুতে, নখ চায়, নেজ চায়, কুম চায়। চাই লক্ষণ নিৰ্ধাৰণ কৰে। কৰিয়ে দাম কিমান হ'ব পাৰে অনুমান কৰে আৰু লগে লগে মহলদাৰৰ মহৰীৰ হাতত টকা এশ বা দুশ গুঁজি দিয়ে। দাম নহয় বয়না। হাতীটো তেওঁ কিনিব। দাম কি হয়, পিছে পৰেও হিচাপ হ'ব।

ঘাঁহী ধৰণীয়ে হাতীৰ লক্ষণ চিনি পোৱা হৈছিল। কাৰোবাৰ কুনকীয়ে নতুন হাতী ধৰি অনা গম পালেই ডিপোত থকা আটাইবোৰ কাষ চাপি আহে। কাম-বন এৰি হ'লেও আহে। পোনেই চকু যায় হাতীৰ ভৰিলৈ। ওঠৰ নখ হয়নে? হ'লে কথাই নাই। ভিৰাই লৰ ধৰি মালিকক খবৰটো দিয়েগৈ। মালিক আগবাঢ়ি আহে। নেজডাল হয়নে ঠিক? আৰু দুমুৰ্মুৰি কয় মবহুৰৈক একোছা নোম থাকিলে নেজৰ মুৰত। ভাল নহয় লক্ষণ। হ'লেও দোষ কাটি যায় শুঁৰডাল যদি দীঘল হয়। গা চোৰা হয়। চকুযোৰ। পিতল-চকুৱা হাতী বোলে বেয়া। তালুখন চাব নোৱাৰি প্ৰথম দিনাই। মুখেই নেমেলে হাতীয়ে, ফিহে থং। দুদিন বা তিনি দিন পাৰ হৈ গ'লে ঘাঁহীৰে কাম সেইটো। কলপাত বা খাঁহৰ মুঠি এটা কৰি ওপৰলৈ দাঙি ধৰা হয়। শুঁৰ তুলি মুঠিটো ধৰিবলৈ গ'লেই জনা মাহুতে ডিঙি মেলি তালুখন চাই লয়। ক'লা যেন দেখিলে সদাগৰক কোৱা নহয় কথাটো। গুলপীয়া হ'লে দামটো হাজাৰচেৰেক বঢ়াই দিয়ে।

সেইবোৰ গোটেইবোৰ কথা কামৰ মাজতে শিকি লৈছিল ধৰণীয়ে। আনবোৰেও শিকিছিল একেদৰে। মনপুতি কাম কৰিলে বহুত কথা জানিব পাৰি। ধৰণীয়ে অভিজ্ঞতাৰে বুজিছিল কথাটো। তাৰ আগ্ৰহো বাঢ়ি গৈছিল—কাৰণ যাদুৱে তাক আশ্বাস দিছিল, নতুন কুনকী ৰাখিলে তাক মাউত কৰে দিবলৈ থাটব বন্ধাক। বন্ধায়ো জানি হ'ব বাক বুলি কৈছিল।

কৈছিল হে, তাৰে ফুটা কপাল। নতুন কুনকী দূৰৰ কথা, আগৰকেইটাৰে কাম নোহোৱা হ'ল বোলে। নহ'লে, খেতি চপাবৰ বতৰ আহিলেই ধৰণীহঁতৰ গা-মন ভাল লাগে। মনে মনে প্ৰস্তুত হয় ডিপোলৈ যাবলৈ, ঘৰত থাকিব নোৱাৰা মাহুকেইটাৰ বাৰে দিহা-বুদ্ধি দিয়ে খৈনীয়কক। আৰু গধূলি আপোনা-আপুনি মুখলৈ আহে হাতী ধৰাবলৈ গোৱা গীতৰ একাকি দুফাকি। সেই যে, কণ গানত শুনিছিল, সিহঁতে গোৱা গানবোৰ!

ক'তা নাহিলেই দেখোন কোনো খবৰ কৰিবলৈ! কিবা হ'লনেকি?

যাদু কান্দীৰ ঘৰ ছয় কিলোমিটাৰ দূৰত। ধৰফৰাই থাকি এদিন ধৰণী তালৈকে গ'ল। নাই যাদুকো খবৰ দিয়া নাই একো! হ'ল কি কথাটো? হাতী ধৰা কামটো

সেইদৰে এবি নিদিয়ে কেতিয়াও! হাতী বুলিলে চাৰি জাঁপ মৰা সেইজনে একো নকৰাকৈ থকা কথা ভাবিবই নোৱাৰি।

যাদু যাব তুদিনমানৰ পিছত টাউনলৈ। সি জানি আহিবগৈ কথাৰ গুৰিনো ক'ত। আহি ধৰণীলৈ খবৰ পঠাব।

সেই খবৰ আহিল পূজাৰ বহুত পিছত সেইবাৰ। আগেয়ে হাতীয়ে মাউত, ফান্দীয়ে, ঘাঁহীয়ে গোট খাই মাসিকৰ ঘৰৰ পৰা বিজয়াৰ দিনা যাত্ৰা কৰি ওলাই যায় ডিপ' বুলি। গৃহস্থৰ ঘৰত মঙ্গলসূৰা সকাম এটাই হয় সেইদিন। যাত্ৰাক্ষণৰ এটা আচৰিত কাম থাকে যাত্ৰা কৰা দলটোৰ। গোটেইবোৰ মানুহ চোতালত গোট খাই হাতী ওলাই যোৱালৈ চাই থাকোঁতে দলৰ কোনোবা এটা ভিতৰ সোমাই যায়। তেওঁ চকুৰ আগত পৰা বাটিয়ে হওক বা গিলাছেই হওক কিবা এটা কাপোৰৰ তলত লুকাই লৈ চোৰৰ দৰে হাতীৰ লগ হৈ ঘৰৰ বাজ হৈ ওলাই যায়। তেনেকৈ দুই-তিনিটামানে কামটো কৰা যেন দেখুৱায়, কৰে কিন্তু এটাই। গৃহস্থয়ো এই চুৰিৰ কথা জানে। সেইবাৰে তেনেকুৱা বস্তু দুপদ বা এপদ পিছফালে বাৰাণ্ডাত মাউত-ফান্দীৰ চকুত পৰাকৈ পেলায়ে থয়। সেইটোও এটা মাঙ্গলিক কাম সেই মুহূৰ্তত।

ধৰণী ঘাঁহীয়ে তেনেকৈ নিয়া গিলাছ এটাত ঘৰত চাহ খায় আজিও।

সেইবাৰ বিজয়া পাৰ হৈ গ'ল। খবৰ নাহিল।

যাদু ফান্দীয়ে অনা খবৰে হতাশ কৰি পেলালে ধৰণীক। হাতী ধৰা নহয় বোলে। নহয় মানে হাতী ধৰিবলৈকে নিদিয়ে হেনো চৰকাৰে!

ধেৎ! চৰকাৰে নিদিব কিয়? ধৰণী অবাক হয় সেইটো কথাত। চৰকাৰে হাতী ধৰিবলৈ নিদিয়ে, সি বিশ্বাসকে কৰিবলৈ টান পায়। তাৰ বাপেকো ওপজাৰ আগৰেপৰা হাতী ধৰি থকা হৈছে। এইবাৰ হঠাতে সেইটো বন্ধ কৰি দিবনে!

দিলেই। ধৰণীক বুজাব নোৱাৰি। যাদুৱে নিজেও বুজা নাই আচলতে কথাটো! হাতী ধৰাটো বোলে আইন কৰি বন্ধ কৰি দিলে।

"অহাবাৰলৈ?"

"জানো, ক'ব নোৱাৰো!"

"এম দিব চাবি। অহাবাৰ নিশ্চয় দিব হাতী ধৰিবলৈ।"

"নিদিলে কৰিবি কি?"

"কৰিবি কিটো...।"

একো কৰিব নোৱাৰিলে যাদু ফান্দীয়ে। ধৰণীয়েও একো নোৱাৰিলে। অৰণীয়া

পুঁজি শুকাই গ'ল অথচ ল'বাটো ভাল হ'ল। মাকৰ ছোৱালী এজনীও হ'ল। ভোক বাঢ়ি গ'ল, মুখ বেছি হ'ল। হাতীহে ধৰিব পৰা নহ'ল।

ল'বাকালতে যেতিয়া যাদু কান্দীয়ে কামটোত ধৰাই দিছিল, গোটেই জীৱন সেই কামতে চলি যাব বুলি ধৰি লৈছিল ধৰণীয়ে। অকল ধৰণীয়ে কিয়, তাৰ অওতী-বওতী গোটেইবোৰে এটা গতি লাগিল বুলি মানি লৈছিল। হাতীৰ কামত লগা চিনাকিৰেই এদিন এজনী মানুহ আনি ঘৰ সুমাইছিলহি। ঘৰ এখনে গঢ় ল'বলৈ লৈছিল।

এইবাৰ হঠাৎ এই বজ্ৰপাত!

বিকল্প একো চিন্তাই কৰিব পৰা নাই ধৰণীয়ে।

চিন্তা কৰিবলৈ থলেই নাই! কৰে কি? তাৰ গাঁও সৰু, ওচৰৰ নগৰখন সৰু। কাম ওলাবলৈকে ঠাই নাই। সেইবোৰ বিশ্লেষণ সি কৰিব অনা নাই! পুৰাই ওলাই যায় মাথোঁ।

অ'ত কিবা এটা ত'ত কিবা এটা কৰি পিছুৱৈ ধৰণী পুনৰ্গৰায়ৰ দিন-হাজিৰা কৰা মানুহ হৈ পৰিল। দিন-হাজিৰাও এনে, দিনে নাপায়েই।

দৰিদ্ৰৰ সংকা। সাগৰ শুকাই যায়। বছৰৰ বতৰকেইটাৰ এটাও সুখেৰে পাৰ নহয়। হাতীৰ ডিঙাৰ কথাবোৰ লাহে লাহে সপোন বুলি ভাবিবলৈ ধৰিলে ধৰণীয়ে। নহ'লে উপায় নাই। তেও বুলি মুখৰ মাতত এতিয়াও দুই-এটা ডিঙাৰ কথা ওলায়। অকণমান ছোৱালীজনীক খোজ কাঢ়িবলৈ শিকাওঁতে ভুলতে 'আগু' 'আগু' বুলি কৈ পেলায়।

আক বাতি অকলশৰীয়া হ'লে বিননি ওলায়—"অ'ৰে মানুহেৰ' দেহ, এই জীৱনে নাই ভৰসা…"

নাই, যাদু কান্দীৰো খবৰ নাইকিয়া হ'ল। দুবছৰ! এদিন গম পালে, কান্দী বোলে মৰিল। এস্ দে'হ। বয়সো হৈছিল অৱশ্যে। কি বা হ'ল।

খবৰ কৰিবলৈ গ'ল এদিন ধৰণী। গধূলিৰ আগে আগে ঘৰ পাইছিলহি। লগত লৈ আহিল এটা তমোময় জৰ। সেয়াই কাল হ'ল।

বেজ আহিছিল এজন। কোনো কোনোৱে দিয়া বুদ্ধিমতে এদিন চাউনৰ হাস্পাতাললৈ লৈ যোৱা হ'ল, গৰুগাড়ী এখনত তুলি। তাত ডাক্তৰে চাই বোলে টাইফয়ড।

"কি?" ধৰণীয়ে হঁচ হেকওৱা নাছিল।

"টাইফড্।" বৈণীয়েকে উত্তৰ দিলে।

সেয়ে শেষ হ'ব পাৰিলেহেঁতেন, নহ'ল। ধৰণীৰ বুকুত অৰখা ঠাই বুলি থাকি

কৰা তুৰ্যোৰ অন্যায়ৰ শাস্তি ধৰণীয়ে মূৰ পাতি ল'ব লগা হ'ল। গোটেই পৰিয়ালটো নাঙঠ হ'বৰ উপক্ৰম হ'ল। তেনেকৈয়ো বেয়া নাছিল।

তিনিমাহমান সেকাত ভূমি ধৰণী উঠিব পৰা হৈছিল; পিছে টাইফয়ে' অনুগ্ৰহৰ চিন স্বৰূপ মানুহটোৰ চকু দুটা ঘূণীয়া কৰি থৈ গ'ল।

দেখিছিল কিছুদিন কমকৈ হ'লেও। প্ৰায় ছমাহমানৰ পিছত আগৰ ক'লা মণি দুটা চেলা, বগা হৈ গ'ল।

আকৌ অকলে থাকোতে ধৰণীয়ে এদিন চাঁহি দিলে। পিতল-চকুৰা হাতী সদাগৰেও নিকিনে। কিনিলেও দৰাই-মেলি দাম কমাই লয়। কণা হাতী দেখা মনত নপৰে ধৰণীৰ। চাহানৰ মাজত ক'ৰবাত কেতিয়াবা থাকিলেও ফান্দীয়ে চিনি পাব পাৰে। এৰাই থাকে নিশ্চয়।

পিতল-চকুৰা ধৰণীৰ কি গতি হ'ব এতিয়া? "মানুহৰ জীৱ, জলেৰ ডিম্ব অ'ৰে ··" বুলি গুণ-গুণাই গাই দিয়ে।

ঘৈণীয়েক আছে। অকলে অকলে কিবা ভোৰভোৰাই থকা বাবে কিবা এটা ক'ব খুজিও ক'ব নোৱাৰি আঁতৰি যায়।

তেনে এটা দিনতে এজন দেৱদূত আহে ধৰণীক বিচাৰি! নগেন্দ্ৰ বৰ্মণ। আচলতে ধৰণীৰে লগা-ভগা, ৰাজবংশী। ভৰি এটা পয়াল্গা, খোৰা।

"কাকা, তোৰ দোতাৰা টা, আছে না?"

"আছে হ'পাই, কিয়?"

"আনাছোন সিটো।"

সময়ত আহিল দোতাৰা। নগেন খোৰাই হেঁচি ধৰিলে—"এটা গান গা।"

শুদা পেটত গান গোৱাৰ চখ নাই। বুজালে ধৰণীয়ে।

"হ'ব তই গা"

গালে এটা ধৰণীয়ে। বহুত গীত তাৰ মনত নাই। তাহানি ভিপাত গাবলৈ শিকা গীতবে ইটোৰ কথা সিটোৰ লগাই দোতাৰা বজাই যায়। শব্দৰ কোনো গঢ় নাই, ৰীতি নাই। হাবিৰ মাজৰ শিবিৰ। চিমিক চামাক চাকিৰ পোহৰ, ধুই একুৰা জুই। কেউফালে নিতাল। তাৰ মাজত মাউত-ফান্দী-ঘাঁহী-যোগালিৰ ঐকাতান।

ভিপ' চাবলৈ, ফুৰিবলৈ, পিকনিক খাবলৈ অহা মানুহে থৰ হৈ শুনে। সদাগৰ-কেইজনে কঁকালৰ খোচনাত শই শই হাজাৰে হাজাৰে টকাৰ টোপোলা বান্ধি শোৱে।

তাৰ পৰাই কাণ উনাই গীত শুনে। বৰ ভাল লাগে ধৰণীৰ মাতটো কিন্তু কোমল। হাতী কিনা বন্দৰত ইং গাঁৱে যিকেইদিন ডিপোত থাকে নতুন হাতীক অলপ ভালকৈ চোৱা চিতা কৰিবলৈ বগা সদাগৰে বহুতবাৰ ধৰণীক পাঁচ টকা দহ টকা বেলেগ বকচিচ দিছিল।

তেনে সদাগৰে দুই এবাৰ 'আৰু একটা গাওঁ' বুলি উদগনি দিয়াৰ কথা মনত পৰি এখন্তেকতে ধৰণীৰ গাটো ভাল লাগি গ'ল।

“আৰু একটা গাহ্… নাগেন আজি পেবিলে।

গালে ধৰণীয়ে—“ধান কাটে ধানোৰা ভাই, ছাবিয়া কাটে নাৱা—দেহৰ মানুহ হাবিয়া গেলে—দেহ পৰি ৰবে মৰা।”

“দশটা পইছা দিব বাবু…!” গান শেষ হ'লে ধৰণীয়ে মাত দিয়ে।

মই উচপ্ খাই উঠিছিলোঁ। বেলেগে গোসাঁইগাঁৱলৈ গৈছিলো অলপতে। গান গাই পইছা খোজে। মাউতৰ গীত গায়। সেই ধৰণী ঘাঁহী! হাতত দোতাৰা! কাষত খোৰা নাগেন।

# টিফিনৰ টেমা

ৰাতি পুৱাইছে। পৰ্দাৰ সিফালেও খিৰিকীৰ ওপৰ ফালৰ আইনা ভুখন মলিন পৰা হৈছে। কাৰ শলাগ লবৰ পৰেশে? উঠি আছিল খোজা বেলিটোৰ? পৃথিৱীৰ আহ্নিক গতিৰ নে গ্ৰহ নক্ষত্ৰকে ধৰি সমগ্ৰ নৈসৰ্গিক শক্তি সমূহক অনন্ত কালৰ বাবে আপোন আপোন চলন শক্তি আহৰণ কৰিবলৈ কিটিপটো লগাই দিয়া, সেই অদৃশ্য শিল্পীৰ? আচৰিত দীঘল ৰাতি এটা শেষ হ'ল।

দিনটো আছিলেই শান্তি। মানুহৰ মাত কথা, চলন ফুৰণে এটা সকাহ দিয়ে। ইটো সিটো কাম কৰিলেও মনটো কৰবাত লগাই থ'ব পাৰি।

ৰাতিবোৰ ভয়ানক! নাযায় নুপুৱায়। আন্ধাৰত, জোৰকৈ মুদি থকা চকুৰ আগলৈহে ছবিবোৰ বেছিকৈ আহে! মন, বুদ্ধি, বিবেক অস্থিৰ হৈ উঠে।

পৰেশৰ হাতখন মুখলৈ গ'ল এবাৰ। দাড়িবোৰ ঠৰঙা হৈ বহুত দীঘল হোৱা যেন লাগিল। আজি খুৰাই সেলাব লাগিব। তেহলে কিবা পিৰ পিৰায়, খজুৱায়।

লাহেকৈ, অকণো শব্দ নকৰাকৈ মুখখন ঘূৰাই চালে মিলিৰ ফালে। টোপনি। হাতখন মিলিৰ গালটোত থৈ যিমান পাৰে মুখখনৰ ওপৰ চপাই নিলে। মুখৰ একেবাৰে ওচৰৰ পৰা ছাতকৈ আঁতৰাই আনিলে। গালটোৰ এছোৱা চেঁচা, সেমেকা।

বিছনাৰ পৰা নামিল পৰেশ; শোৱক মিলি, যিমানকণ সময় পাৰে। নিজে সেই দেখ-নেদেখ পোহৰতে মেজৰ ওপৰত থকা চুৰটৰ পেকেটটো আৰু জুইছলাটো লৈ বাথৰুমৰ ফালে গ'ল। সন্তৰ্পণে। খোজৰ শব্দ নোহোৱাকৈ।

বাথৰুমৰ পৰা ওলাওতে যথেষ্ট সময় লাগিল। ওলাওতেও পৰেশ সাৱধান। মিলিৰ টোপনি ভগা নাই। সোনকালে নাভাগিলেই ভাল। পোহৰ ভালকৈ হওক।

আনবোৰ মানুহেও সাৰ পাওক। ওলাই থকা আঠুটো ঢাকি দিব খুজিছিল এবাৰ পৰেশে। নিদিলে। গাত হাত লাগিলেও সাৰ পাই যাব পাৰে।

খিৰিকী এখনৰ তলতে বেৰৰ কাষত চকী এখন আছে। তাতে লাহেকৈ বহিল পৰেশ। ওচৰৰ মেজত কিবা কিবি বহুত বস্তু বিশৃঙ্খল হৈ পৰি আছে। জাপি থোৱা, কালিৰে লেখা পৰ হিৰ কাগজ এখনো আছে। তাকে তুলি লৈ পঢ়িবৰ মন গ'ল। নাই, আখৰবোৰ মলিন পৰাকৈ পোহৰ হোৱাই নাই। খিৰিকীৰ পৰ্দাখন কোচাই দিব খুজিছিল এবাৰ। পিছে নিদিলে। কাগজখন সেই জাপে জাপে কোলাত লৈ থাকিল। একেথৰে চাই থাকিল বিছনাখনৰ ফালে।

সেইদৰে বহি থাকোতে মনলৈ আহিল ঘৰলৈ অহা মানুহবোৰৰ কথা। কিমানৰ যে কিমান ধৰণৰ কথা। কতৰ চিন্তা, পৰামৰ্শ, সহানুভূতি। মানুহবোৰৰ মুখবোৰ মনত পৰিল, চাল চলন, উঠা বহাৰ ধৰণবোৰ।

কিমান সময় গ'ল পৰেশৰ খবৰ নাছিল। ইতিমধ্যে ঘৰৰ ইফালে-সিফালে মানুহৰ চলন ফুৰণৰ উমান পোৱা গৈছে। দুৱাৰ খিৰিকী খোলাৰ শব্দ। কোনোবাই কাষৰে কোঠাটো সাৰিছে। পৰ্দাবোৰ বোধকৰো কোচাই ঘৰৰ ভিতৰলৈ সংকৈ পোহৰ আৰু বতাহ সোমাবলৈ দিছে। সেইটো কোঠা মুকলি হ'ব চাগৈ। নিশ্চয় আনবোৰ কোঠাও।

এইটো কিন্তু বন্ধ এতিয়াও। খুলিবৰ মন যোৱা নাই। পোহৰ ভালকৈয়ে হ'ল।

হঠাত এবাৰ মন কৰিলে পৰেশে, মিলি উঠিছে। গাৰ কাপোৰ কানিবোৰ ঠিক কৰি, মুখ চকু মোহাৰিয়ে বেৰৰ ঘড়ীটোলৈ চালে। লগে লগে প্ৰায় জাপ মৰাৰ দৰে বিছনাৰ পৰা নামি থিয় হ'ল, "ইস, সাতেই বাজিল দেখোন!" বুলি লৰ মাৰি বাথৰুমলৈ সোমাই গ'ল মিলি।

পৰেশ অবাক হৈ গ'ল! এইটো কি ৰূপ মিলিৰ আজি বাতি-পুৱাই! নিজেও থিয় হ'ল। লাহেকৈ খিৰিকীখন খুলি দিলে। দুৱাৰখনো। দুৱাৰখন খুলিয়েই দেখিলে ভনীয়েক বিজু থিয় হৈ আছে। চকুৰে মুখে প্ৰশ্ন। মুখখন বিবৰ্ণ।

একো নাম্বতিলে এটায়ো। বিজু গুচি গ'ল। পৰেশে উত্তৰ আহি আকৌ চকীটো এটা জলাই ল'লে।

বাথৰুমৰ দুৱাৰখন খোলা যেন গম পাই ঘূৰি চাই দেখে মিলিয়ে চাদৰৰ আগেৰে মুখখন মচি মচি অলপ খৰখেদাকৈ ওলাইছে। মুখেৰে তন্ দুজনকৈ কৈছে—"ইমান যে দেৰী হৈ যায়, সদায়।"

সেইদৰেই পোনে পোনে বাকনি ঘৰ পালেগৈ মিলি। বিজুও সোমাইছিলগৈ।

পানীৰ কেট্‌লিটো তুলিছিলেই স্ট'ভৰ ওপৰত। মিলিয়ে বিজুক ক'লে—"চোৱাছো বিজু, এনে মৰ টোপনিয়ে ধৰে ৰাতিপুৱা। চাও, আলু এটা গাই দিয়াছোন ...।"

বিজু ৰ'ব নোৱাৰিলে। বৌৱেকৰ ধৰণ দেখি অভিভূত হৈ "তুমি চাহ কাপ কৰাছোন" বুলি কৈ ওলাই আহিল।

পুৱা চাহ কৰিবলৈ আহিয়ে, পানীতে ডাঙৰ চাই আলু এটা দুই-পথালি দি দিয়ে। চাহৰ পানীও হয় তাৰে। পৰেশে গোন্ধ পায়। বিজুৱেও। কিন্তু আপত্তি নকৰে কোনেও চাহ খাওঁতে। পুৱা বৰ লৰা-লৰি মিলিৰ। আলুটো সিজাই নললে টিফিনটো সজাওঁতে এনেয়ে বেছি হয়। সকালা সাৰৰি স্তৰি আঠ বজাত স্কুলৰ বাছ ধৰিবলৈ ল'ৰাক উলিয়াই দিয়াটো ধেমালি নহয়।

আলু হুচকল লাগেই সদায়: সিজা আলু এটা চকল চকলকৈ কাটি তাৱাখন গৰম কৰি, এটোপমান মাখন সানি ইলুটি সিলুটি কৰি দিয়ে। ওপৰত মিহি নিমখ অকণ ছটিয়াই দি, তিনিচুকীয়াকৈ কটা ৰুটি তুচকলৰ লগত টিফিনটো সজাই দিয়ে। কেতিয়াবা একোদিনা কণীও দিয়ে একে দৰে। সিজোৱা কণী এটা দুফাল কৰি কাটি, সেইদৰে গৰম তাৱাত মাখনত ভাজি। পিছে সদায় নহয়।

টিফিন সজোৱা আৰু চাহ কেইকাপ বকা কামটো প্ৰায় একেলগে কৰে মিলিয়ে। বিজুৱে বাহিৰৰ কামত সহায় কৰি দিয়ে। সোমবাৰৰ পৰা শনিবাৰলৈকে এইখিনি কামৰ লৰচৰ নহয়। কোনেও গাফিলতি নকৰে। পৰেশৰ দায়িত্ব হ'ল পানীৰ বটলত ফিল্টাৰৰ পানী এবটল ভৰাই লৈ পুতলক হাতত ধৰি লৈ পদূলিত থৈ অহা। বাছখন নিচেই ওচৰতে ৰয়হি; বাটটোৰ সিপাৰে। ঘূৰি আহোঁতে ভাল। ঘৰটোৰ ফালেই ৰয়হি।

পৰেশেও কিবা বুজি মিলিয়ে চাহ কৰা চাবলৈ আহি বান্ধনি ঘৰৰ দুৱাৰ মুখতে থৰ হৈ থিয় হৈ থাকিল। কাপ প্লেট কেইযোৰা সজাই লৈ, ৰুটি মাখনৰ যোগাৰখিনি কাষতে লৈ মিলিয়ে স্ট'ভৰ আনটো বাৰ্ণাৰত তাৱাখন তুলি দিছে। এবাৰ কেট্‌লীৰ সাফৰখন কাপোৰ এখনেৰে ধৰি নুচি ভজা শলা এডালেৰে খুচি চাইছে আলুটো সিজিছেনে নাই।

পৰেশে লৰমাৰি গৈ মিলিৰ হাতত থাপ মাৰি ধৰিব খুজিছিল। পিছে নোৱাৰিলে। মন্ত্ৰ মুগ্ধৰ দৰে হৈ একে ঠাইতে থিয় হৈ থাকিল।

চাহপাত গাখীৰ চেনী ওচৰলৈ আনিলে মিলিয়ে। পিছফালে বেৰত লগাই থোৱা ৰেকখনৰ ওচৰলৈ আহোঁতে পৰেশক দুৱাৰ মুখত থিয় হৈ থকা দেখি মাত দিলে—

"হৈছে ৰ'বা দেই। এয়া হ'বই এতিয়া চাহ ...।" যেন পৰেশে চাহ কাপ বিচাৰিয়ে বান্ধনি ঘৰ পাইছহি!

ৰেকৰ পৰা টিনটো ঠাইতে নাপাই, প্লাষ্টিকৰ টিফিনৰ বাকচটোকে নমাই, আকৌ সেই চাদৰৰ আগেৰেই মচিলে এবাৰ মিলিয়ে। বৰা মেজখনৰ ওপৰতে থৈ আকৌ কামত লাগিল। কটি দুই পিচলৈ কোন কুনিকৈ কাটি ল'লে। অকণমান মাখন সানি বাকচটোৰ এচুকত থ'লে। চাহ বকা চীনামাটিৰ টিপটটোত চেনী দিলে চাৰিকাপ চাহৰ জোখাৰে। গাখীৰ কণ ওপতোৱা হ'ল। তাৰো দিলে অলপ। শলাডালেৰে আলুটো তুলি আনি আগতে ওচৰতে থোৱা ঠাল এখনত থৈ ওপতে ওপতে কটাৰী এখনেৰে কেৰাচকল কৰি কাটিলে। সেইদৰে বাকলি গুচাবলৈ ভাল। তাৱাত মাখন আধা চামোচ দি আলু কেইচকল দি দিলে।

চেকনিত চাহপাত লৈ কেটলীটোৰ পৰা গৰম পানী ঢালি দিলে চাহৰ টিপটত।

আলু কেইচকল বাকচটোৰ আনটো চুকত ভৰাই লৈ মুখেৰে ফুৰাই চেঁচা ক'ৰব খুজিলে। লগে লগে নিমখ অকণ লৈ ওপৰত ছটিয়াই দিলে।

সাফৰটো মাৰিবলৈ লৈ এখন্তেক ৰ'ল মিলি। আলু কেইচকল চেঁচা হ'লে ভাল। সেই ভাবিয়েই হ'বলা টেমাটো খোলাকৈয়ে লৈ থোৱা কোঠালৈ ওলাই আহিছিল। মেজতে থৈ দিব অলপ সময়।

আগ ভেটি ধৰিলে পৰেশে। অবাক হৈ পৰেশৰ মুখলৈ চালে মিলিয়ে। পৰেশৰ মুখলৈ চাব নোৱাৰি। ক'লা পৰি গৈছে। খোক-খুকি মাতেৰে সুধিলে পৰেশে "কি কৰা মিলি, কালৈ কৰিছা এইবোৰ··· ?"

ঠিক সেই মুহূৰ্ত্তত বিজুও আহি থিয় হৈছিলহি ককায়েকৰ পিছফালে। দাঁতেৰে চাদৰৰ আগ এটা কামুৰি ধৰি আছে। চকু দুটা চলচলীয়া।

হঠাৎ মিলিয়ে যেন সাৰ পাই উঠিল। পৰেশে সাতেকৈ মিলিৰ হাতৰ পৰা টেমাটো লৈ বিজুৰ হাতলৈ দি দিলে। বিজুৱে মিলিক সাৱটি ধৰিলে।

অৱশ হৈ মিলি পৰেশৰ বুকুত সোমাই পৰিল আৰু স্থান কাল পাহৰি হুকহুকাই কান্দি দিলে। পিঠিত হাত এখন মোহাৰি মোহাৰি পৰেশেও আকৌ খোকাখুকি মাতেৰে কৈ গ'ল—"নাই মিলি, তোমাৰ পুতলে আৰু টিফিন নিবিচাৰে। পুতল আমাৰ হেৰাই গ'ল, মিলি ...।"

বিজু ৰ'ব নোৱাৰিলে সেইখিনিত। লৰমাৰি খুঁটাটো দুমাই টেমাটো তাৰে পিছফালে থৈ দিলে। তাৰ পিছত বাৰাণ্ডালৈ ওলাই গৈ পাৰি থোৱা মূঢ়া এটাতে বহি দিলেগৈ।

তাইৰ চিঞৰি চিঞৰি কান্দিবৰ মন গৈছিল। নোৱাৰিলে। দুই হাতত মুখখন গুজি, গাটো জোকাৰ খাই যোৱাকৈ কান্দিবলৈ ধৰিলে। তায়ো এপাকত বৌয়েকে টিফিন সজোৱা চাই আহিছিল। বাধা দিব পৰা নাছিল।

পুতল সেইদিনাও সাজি কাচি স্কুললৈ ওলাই গৈছিল। আন কালৰ দৰেই দেউতাকে পঠিয়াই থৈ আহিছিল। আনকালৰ দৰেই অলপ সময় বাট চাই থকাৰ পিছতে দূৰত বাছখন দেখা গৈছিল আৰু আনকালৰ দৰেই বাটৰ সিপাৰলৈ⋯।

নহয়, আনকালৰ দৰে নহয়। সেইদিনা অঘটন এটা ঘটিল। গাড়ী চলাবলৈ শিকিছিল নন্দ চন্দ্ৰৰ জীয়েকে। দেউতাকে নিজে হাতত ধৰি শিকায়। সৰু ছোৱালী। মেট্ৰিক দিবহে হবলা। গাড়ীও সৰু। ফিয়েট। শিকি থাকি আছিল। কিবা কথাত সেইদিনা অলপ পলম হৈছিল। পুতলহঁত পাৰ হওঁতে ছোৱালীজনীৰ খপ জপ লাগিল। ব্ৰেকত ভৰি দিয়া এক্সিলাৰেটৰত দিলে।

আজি চতুৰ্থ পুৰা। এদিনো কাৰো খোৱা-শোৱা হোৱা নাছিল। আজিহে পুৰাৰ ভাগলৈ মিলিৰ অলপ টোপনি যোৱা যেন লাগিছিল।

পৰেশৰ বুকুত মুখখন গুজি থোৱা অৱস্থাতে কান্দোনত ভগা মাতেৰে সুধিছিল মিলিয়ে—"মোক তেনেহলে কোনে কৈছিল বাতি-পুৱা 'মা মোক আলু দিবা দেই আজি, সৰহকৈ!' তাৰ মাত শুনিহে মই সাৰ পাইছিলো।"

পৰেশে আৰু জোৰেৰে সাৱটি ধৰিলে মিলিক। নিশ্চয় সপোনতে পুতলক দেখিছিল আজি মিলিয়ে। সপোনেই হব। চিলমিল টোপনিত শেষ বাতি দেখা সপোন। শেষ বাতি কও, এয়া পুৱা পোহৰ হোৱাৰ পিছত।

হে প্ৰভো, পোহৰত মিলিৰ দৃষ্টি স্পষ্ট কৰি দিয়া। তেওঁ যেন দেখে পুতলৰ বিছনা সুদা, মেজ সুদা, কোঠাটো সুদা, গোটেই ঘৰখনেই সুদা হৈ গল।

# উচ্ছেদ

"নিলে, নিলে ঐ কণ ! কি চাই আছ ?"

'লিলি...!' বুলি হাতৰ লাখুটিডাল দাঙি ধৰি চিঞৰ মাৰি দিলে কণাই। পৰিস্থিতিটো চিনাকি। ল'ৰাটোৰ চকু এটাও নাই। গতিকে 'কি চাই আছ ?' বুলি তাক কোৱা মানে নাই, পিছে সেইটোৱে কথাৰ ঠাঁচ।

লিলি তেতিয়া পাণ-দোকানৰ সন্মুখত। হাত পাতি সক-সক বগা শুকান কাবিৰ টোপোলাটো লৈছে—দহ নম্বৰ। কণাৰ আগত পাৰি থোৱা এলুমিনিয়ামৰ ঠালখনত ইতিমধ্যে গোট খোৱা পাঁচ-পইচা, দহ-পইচাৰ পৰা হাতত সাৰে ভৰিত সাৰে আহি লিলিয়ে এটা মুদ্ৰা তুলি লৈ লৰ মাৰিলে। সদায় কৰে তাই সেইটো দুষ্টালি। আৰু খৰচ কৰেগৈ হয় বগৰি কিনি, নহলে কিবা তেতেলীৰ নে কিহৰ চাটনী এটা কিনি।

হাতত টোপোলাটো লৈ আকৌ লাহে লাহে কণাৰ ওচৰ চাপি আহে। ভোলাকায়ে 'আহিছেনে আকৌ ?' বুলি সকলোকে যেন সকিয়াই দিয়ে। 'লাখুটিৰ কোবটো মূৰত পৰিলে বৰ ভাল পাম বুইছ—।' লিলিয়ে ঠাৰে-ঠিৰে মাৰে কাবৌ কৰে ভোলাকাইক মনে মনে থাকিবলৈ।

কণাই কিন্তু গম পায় লিলিয়ে তাৰ ওচৰে-পাজৰেই কেনিবা আছে। তাই শুনাকৈ মুখেৰে ভোৰভোৰাই থাকে—'জাৰ আহি আছে. গৰম পোৱা নাই, বজ্জাতি ! এখন কম্বল কিনিম বুলি তোক কৈ থকা নাই। চব পইচা, হাৰামজাদীয়ে বগৰি খাই শেষ কৰি দিব...। থিৰিকীয়েদি হাৱা সোমাব...। তাইৰ হুচ নাই সেইবোৰত...।'

'এটা বগৰি খাবি ?' লিলিয়ে লাহেকৈ মাত দিয়ে।

'চু-প !' আকৌ লাখুটিডাল দাঙি কণা জাঙুৰ খাই উঠিল।

'মৰিব খুজিছ পাগলী !" বুলি ভোলাকায়ে হাঁহি এটা মাৰি সাৱধান কৰি দিলে

লিলিক। ভোলাই পৰিস্থিতিটো বুজে। সেইবাবে বৰ আমোদ পায় সিহঁতৰ এনেকুৱা কাজিয়াবোৰত।

পৰিৱেশটো পুৰণি, কণাক সিহঁত কেইটাৰ মাজৰ কোনেও বলো বুলি নামাতে। বলো নামটো কেতিয়াবা 'তোৰ নাম কি অ'?' বুলি কোনোবাই সুধিলেহে শুনায়। আৰু আচৰিত কথা, বহুতে সোধেও তাক নামটো। সচৰাচৰ চকুত নপৰা যেন লাগে মানুহবোৰৰ তাৰ আচৰণবোৰ। বিশেষকৈ ধনাই দেখে ওচৰৰে কলেজখনৰ ছোৱালীজাক।

ভোলাৰ আইনা নগোৰা বাকচত ভজা বাদাম, ভজা বুট, ভজা চিনাৰ সতে মিহলিকৈ দুটা পিয়াজ, ধনীয়া পাত আৰু এটি পকা টুটাপ নেমুৰ ৰসৰ ৰঙ্গাৰখনৰ বেছিভাগ কিনোতাই এই ছোৱালীজাক। এজাক ছোৱালীয়ে একেলগে ভোলাৰ বাকচটো ঘেৰি ধৰিলে কণাই গন্ধ পায়। কোনো জনে শুনক বুলি সি এনেকোৱা হাঁহিৰে কৈ থাকে —"মোৰ পইচাতো বাহিৰেউ? মোলৈ অনা পইচা দহটা!"

দেশৰ হাজাৰটা মগনীয়ে দেখিছে ছোৱালীবোৰে। কিন্তু এনেকৈ খোজাৰ ধৰণ চকুত পৰা নাই। নবাটোৰ চকু এটাও নাই, নহলে স্বাস্থ্যটো ভালেই। মুখত খেমালীৰ সুৰ। মাজে মাজে একোটা গান গায়। আৰু আটাইতকৈ আমোদ-জনক হয় তাৰ মুখৰ একোটা চলন্ত বিৱৰণী। ওচৰৰে পাৰ্কটোৰ হাতত ক্ৰিকেটৰ লৈ প্ৰায়ে খেলাৰ সময়ত মানুহ একোজন আহে, তাতে হোৱা বিৱৰণীবোৰ শুনি, হুবহু মুখস্থ মাতি, সি বাটৰুৱাৰ দৃষ্টি আকৰ্ষণ কৰে আৰু সেইটোৰ বাবেই তাৰ ঠালখনত পইচাও পৰে দুই চাৰিটা সৰহকৈ।

ভোলাই দেখি আহিছে তাক আজি প্ৰায় ছবছৰ। লিলিকো দেখি আহিছে ঠিক একেদৰেই, চুলিবোৰ কাহানিও খিতে নলগা ছোৱালীজনীৰ। তাই মানুহজনীও থিৰেৰে থাকিব নোৱাৰে সৰহ সময়। হলেও প্ৰতিটো মুহূৰ্ততে তাই সজাগ হৈ থাকে কণাক কিবা লাগে নেকি, কিবা অসুবিধা হৈছে নেকি, শৌচ-পেছাব কৰিব লাগিছে নেকি খবৰ ৰাখি।

ভোলাই কণাৰ এই মহানগৰীত পদাৰ্পণ কৰা দিন-বাৰবোৰ নাজানে যদিও সেই কাহিনীটো জানে। জানে মানে কণাৰ মুখতে কেতিয়াবা আৰু আবাৰ চেৰেক শুনি জানি লৈছে। আৰু সেইবাবেই সি কোনেও নোকোৱাকৈয়ে লৰা-ছোৱালীহালৰ অভিভাৱকত্বৰ দায়িত্ব এটা লৈ লৈছে।

বলোৰ বয়স পাঁচ চেৰাই গৈছে কি নাই যোৱা তেনেতে তাৰ মাক মৰিল। ওপজাৰে পৰা কণা হোৱা বাবে বাপেকৰ তাৰ প্ৰতি অকণো টান নাছিল।

মাকজনীয়েই ল'ৰাটোক কৰ্তৃৰ বাপেকৰ পৰা একপ্ৰকাৰ আঁৰ কৰিয়ে তুলি আছিল। ফলত সি বয়সতকৈও কথাই-বতৰাই, আচাৰ-ব্যৱহাৰে সৰু হৈ থাকিল। মাকজনী মৰি থকাত গলগ্ৰহ বুলি ভবা বাপেকে, ছেগ চাই এদিন তাক ফুৰাবলৈ বুলি বাছে-মটৰত তুলি আনি সত্তৰ কিলোমিটাৰ দূৰৰ এই মহানগৰীলৈ লৈ আহিল। বাটতে কিবা এটা কিনি দি, এই পাৰ্কখনৰ ওচৰতে বহিবলৈ কৈ অলপ সময়ৰ বাবে আঁতৰি গৈ ঘূৰি আৰু নাহিলেই।

গধূলি সময়ত মানুহৰ ভৰিৰ খোজ-কাটল, মাত-বোলৰ সুতনা হলত তাৰ অনুমান হ'ল তাক বাপেকে এৰিলে। ভয়-সংকোচে তাক চেঁচা মাৰি ধৰিলে। কণ লোৱাবাটকৈয়ে দুয়ো গালেদি ধাৰা-সাৰে চকুলো বাগৰিবলৈ ধৰিলে; মুখৰ পিছে মাত নোলাল।

ভালেমান বাতি টহল দি ফুৰা চিপাহী এটাই অকলে অকলে বহি থকা ল'ৰাটো দেখি দাবি এটা মাৰি যেতিয়া ওচৰ চাপি দেখিলে ল'ৰাটো কণা আৰু একেবাৰে সহায়হীন—আপদ চপাই নলওঁ বুলি আঁতৰি গ'ল।

একেথৰে বহি আছিল বহুতপৰ। পিছলৈ টোপনিয়ে হেঁপি বগৰাই দিলে। মোটোকা মাৰি শুই থাকিল বলো। সাৰ পালে গাত ৰ'দৰ তাপ পাই, উঠি বহি গম লব খুজিলে সিনো ক'ত হব পাৰে সেই মুহূৰ্তত। দুই-এখন গাড়ীৰ মাতে তাক সজাগ কৰি দিলে। এইবাৰ থিয় হ'ল সি, মুতিব লাগিছে ৰবকৈ। অনুমানতে ঢুকাবমান ঠাইতে পাক মাৰি, সেইফালেই বাটৰ কাষ হব বুলি ধৰি লৈ চৰ্ চৰকৈ মুতি দিলে। লগে লগে খিলখিলকৈ হাঁহি দিলে প্ৰায় তাৰে সমবয়সী এই লিলিজনীয়ে। তাই বহুতপৰ তালৈ চাই আছিল। শেষত খানলৈ মুতিছে বুলি ভাবি, ভুলকৈ ঘূৰি, একেবাৰে বাটৰ মাজলৈ মুতা দেখি তাইৰ হাঁহি উঠি গ'ল, দিলেও হাঁহি। বলো ভভক খাই ৰ'ল। ছোৱালীজনী কাষ চাপি আহি তাৰ গাত ধৰি ঘূৰাই দিলে। 'খালটো সেইফালেহে, মুত এতিয়া' বুলি নিৰ্দেশ দিলে। বলোৰ মুত বন্ধ হ'ল। মুখৰ মাতো ওলাবলৈ পাহৰিলে।

'তোৰ ঘৰ ক'ত অ'?' সুধিলে লিলিয়ে। মাত-কথাতে ধৰিব পাৰি ছোৱালী-জনীৰ বয়স তাতকৈ বেছি নহয়। আকৌ মাত-কথাতে ধৰিব পাৰি, তাই বলোতকৈ শিয়ান বহুত বেছি।

উত্তৰত বলোৱে কোৱা নামটো লিলিৰ ভৌগোলিক জ্ঞানে চুকি নাপালে। প্ৰয়োজনো নহ'ল। নামটো কাহানিও তাইৰ ছবছবীয়া কাণত পৰা নাই।

"তোৰ নামনো কি?"

"বলো"

"তোৰ মা ক'ত আছে ?"

"মা নাই। যোৱা বছৰ মৰিল।"

"মোৰ মা পলাই গ'ল। কেতিয়া গ'ল মনত নাই।"

"তোৰ পিতাই ?"

"আছে। বল চাবি।"

"মই নেদেখোঁ অ'।"

"অ, তই একদম কনা নেকি ?"

বলোৱে সেইটো প্ৰশ্নৰ উত্তৰ নিদিলে। লিলিয়ে হাতৰ পৰা নমাই থোৱা ইতিমধ্যে বুঢ়ীলি সকলৈক বাদ্ধি লোৱা থলিৰ বোজাটো তুলি ল'লে আকৌ। এটা হাতেৰে বলোৰ হাত এখনত ধৰি, মুখেৰে ক'লে—"আহ"।

'আহ' এই এটা শব্দই বলোৰ গালৈ গোটেই পৃথিৱী জোৰা আশ্ৰয়ৰ থল এখন গঢ়াই দিয়া যেন লাগিল। সবহু কথা সুধিবৰ, ভালকৈ জানিবৰ, কলৈ যায়, কি কৰিবলৈ, দেউতাক যদি কেনেবাকৈ ধুৰি আহি তাক বিচাৰেহি কি হ'ব আদি হ'ব পৰা হাজাৰটা প্ৰশ্ন সেই অকণমান ছোৱালীজনীৰ বুকুত থকা সাগৰ যেন হিয়াত ডুবি গ'ল।

"আমি ইয়াতে থাকোঁ।" বুলি কৈ তাই হাতৰ বোজাটো মাটিলৈ পেলাই দিলে। সেই মুহূৰ্ততে তাইৰ বাপেকে হাতত এটা থালী টিনত কেইটামান চাউল ধুই আনি, ধোৱা চাউলৰ পৰাই এটা দুটাকৈ ধান আৰু শিলৰ টুকুৰা বাছি আছিল।

"কোন'অ' সেইটো ?" বুলি সুধিবলৈ লৈ কাতি দিলে মানুহটোৱে। তাৰ অলপ লৰালৰি।

"সি কণা ..।" লিলিয়ে বাপেকে কিবা বুজা নুবুজাকৈ বাট নাচাই লৰালৰিকৈ ভগা টিনৰ চৌকাটোত সৰু সৰু কাঠ বাহৰ ছুলি কেইডালমান পেলাই জুই এঙুৰা ধৰিবলৈ চেষ্টা কৰিলে।

একেথৰে থিয় হৈ থাকি বলোৱে এখন দুৱাৰ খোল খোৱা মাতটো শুনিবলৈ, বা পিবাসি এটাত উঠি বহিবলৈ পাব বুলি ভাবি আছিল। তাকে ভাবি উচ পিচকৈ থাকোঁতে লিলিয়ে যেন কিবা এটা বুজিলেই ক'লে। "আমাৰ এইটো এটা গাড়ীৰ বস্তি জান ? এমবাছদৰ গাড়ী; আমি শুবৰ সময়তহে ভিতৰত সোমাওঁ। চা না, হাত দি চা…।"

বলোৱে দিশ নজনাকৈয়ে আকৌ ওলোটা ফালে হাতখন মেলি দিলে। আকৌ

খিলখিলকৈ হাঁহি দিলে লিলিয়ে। "তই একদম কণাহ" বুলি উঠি আহি বলোৰ হাতখন লগাই দিলে, মামৰ ধৰা গাড়ীৰ ছালখনত।

বলো অবাক হ'ল। এইটো থকা ঘৰ কেনেকৈ হ'ব ? ইমান চাপৰ। এছোৱালৈকে মাটিত পোত যোৱা. পুৰণি গাড়ী এখনৰ পেলনীয়া খোলাটো যে এখন ঘৰ হ'ব পাৰে তাৰ কল্পনাৰ বাহিৰত। সি অনুমান কৰিব পৰা নাই যে সেইখন ঘৰো গুৱাহাটী মহানগৰৰ মজিয়াতে। কাষতে সেইটো আমাৰ প্ৰাচীনতম কলেজ চৌহদ। একালে টেলিফোন ভৱন। দুখোজ দূৰতে, হাত পাতি মাগিলেই এটকালৈক পাব পৰা. পাণবজাৰ চাৰি আলি।

ইটো এচপৰাত তাক বহুবাই লিলিয়ে আকো বাপেকক তাত কেইটা সিজোৱাত সহায় কৰিবলৈ লাগিল। বাপেক ওলাই যাব এতিয়াই, আহিব সেই বাতি। বাটৰ মানুহ কমিলে, কুহুৰ কুহুৰকৈ কাঁহি কাঁহি, কুজা কুজাকৈ সেইখিনি পায়ে লিলিক দিনটোৰ আঙনখিনি সামৰি থবলৈ দিব।

ৰেল ষ্টেচনত সুবিধা পালে বোজা কঢ়িওৱাৰ পৰা, ইটো সিটো হাতৰ কাষতে পোৱা বস্তু চুৰ কৰালৈকে মানুহটোৰ কাম। বেলৰ মাৰ্কা মৰা বস্তা ছোলা পোৱা হৈতেন কথা বেলেগ আছিল, নাপালে। পাৰ্চেলবোৰ নমাওঁতে বহুত বস্তু সৰিও পৰে, সৰকাবও পাৰি। দেহাই অটালৈকে তাকে কৰে ; গলুলি হলেই সুপাবান দুই-এপদ বস্তু সন্মুখত লৈ বাটৰ কাষতে বহে। কেতিয়াবা একে পদ্যাৰৰ দুই এজন মানুহে সেইবোৰ কিনেও। তাকে কৰি পাণবজাৰৰ অট্টালিকালৈ সেইদিনা ঘূৰি আহি, লিলিয়ে পুৱাৰ সেই কণা লৰাটোৰ লগত কথা পাতি থকা শুনি অবাক হৈ সুধিলে— "সি কি কৰি আছে ইয়াত ?"

"সি আমাৰ লগতে থাকিব।"

সেয়াই পট্টন। বলো কণা বৈ গ'ল। পুৰণি 'এম্বেছাদৰ' গাড়ীৰ বস্তিৰ ওপৰত, বস্তাৰে পতা বিছনাত, কোছমোছ খাই বাতিটো পৰি থাকে। পুৱাই লিলিয়ে হাতত ধৰি প্ৰাতঃকৃত্য সম্পাদন কৰাই, পাৰ্কখনৰ কাষত বহুৱাই থৈ যায়হি।

সেইদৰেই চলি আছিল কিছুদিন। বলোৰে হাঁহি মাতি বাটকৰাৰ লগতে কলেজৰ ছোৱালী বোৰৰ পৰা দিনটোত দুটকাৰ পৰা পাঁচ টকালৈকে ঘটে। লিলিৰ দেউতাকে পাৰ্চেলৰ পাচলি চুৰ কৰি, তাকো বেলেগে বেচি ঘটে দুই চাৰি টকা। লিলিয়ে ওচৰ পাজৰৰ চৌহদবোৰ চলাথ কৰি থৰি লোৰে ; ফলমূলৰ দোকানৰ পৰা আধাগেলা আপেল কমলা একোটা পাবিলে থপিয়াই, নহলে খুজি মাগি হলেও আনি বলোৰ সতে ভাগ কৰি খায়।

পিছে অঘটন ঘটিল এদিন। সদায় পুৱা সাৰ পোৱাৰ লগে লগে শুনি অহা দেউতাকৰ কাহটো লিলিয়ে শুনিলে সেই দিনা। প্ৰথমতে ভাবিলে সাৰ পাবৰ হোৱা নাই চাগৈ। চকু দুটা মেলি চালে এবাৰ. ওহো, সাৰ পাবৰ হৈ গ'ল। পোহৰ ভালকৈয়ে হ'ল। বাহিৰতো ··টিন আওখলাৰ কোনো মাত শুনা নাই। গাৰ জাপটো লবাই উঠি বহিল তাই, দেউতাক শুই আছে। কিন্তু এনেকৈনো মানুহ শোৱে নে? ইমান জাৰতো গাৰ জাপটো কাষৰিয়া হৈ আছে। চকু-নাক-মুখৰ কোনো ধৰণৰ সাৰ-সিকটি নাই।

"ঐ কণা—!" তাই অলপ আচৰিত হৈ বলোক মাতিলে।

বলো খপজপকৈ উঠি বহিল। কি হ'ল সুধিলে। লিলিয়ে প্ৰায় নিশ্চিত হৈ, অভিজ্ঞ লোকৰ দৰে ক'লে—"দেউতা মৰিল, বুইছ।"

তাই খবৰটো দিয়াৰ ধৰণটো দেখি বলোৰ বুধি হেৰাল। তাৰ মাকো মৰিছে। কিন্তু ইমান গাতে লাগি মানুহ এটা মৰিলে কেনেকুৱা লাগিব লাগে নজনা বাবে সি বহুত পৰ একো মতা নাছিল।

মহানগৰীত থাকিলে ল'ৰা-ছোৱালীৰ জ্ঞান বাঢ়ে, বুধি চোকা হয়, চাৰিকথা শিকে। লিলিৰ এই সকলোবোৰ. সাধাৰণতে চাৰিবেলা চাৰিসাজ খাব পৰা মানুহৰ ল'ৰা-ছোৱালীতকৈ. আগতীয়াকৈ আয়ত্ত হৈছিল।

তৎপৰতাৰে ওলাই অহি তাই কেউফালে চালে। নাই, মানুহৰ সমাগম আৰম্ভ হোৱাই নাই তেতিয়াও। বলোও ওলাই আহিছিল। তাৰ হাতখনত ধৰি বাপেকৰ বাউসীত লগাই দিলে। নিজে সিফালে গৈ ভৰি দুটাত ধৰি কলে—"টান। বাহিৰলৈ উলিয়াই থ'ম।"

বহুত পৰ টনা আজোৰা কৰি, ইতিমধ্যে খৰ হোৱা শটো দুয়ো বাটৰ কাষলৈ উলিয়াই দিলে। আকৌ ভিতৰ সোমাই লিলিয়ে বলোৰে গাত লোৱা কাপোৰ এখন উলিয়াই আনি তাৰ হাতত ধৰি আজোৰ এটা মাৰি কলে—"ব'ল, পলাও…।"

"ক'লৈ?"

"ব'লছোন—।" বুলি তাই তাক সদায় লৈ যোৱা বাটেদি নিনি কলেজৰ পিছফালে বন্ধ হৈ থকা গেট এখনৰ কাষলৈ লৈ গ'ল। পকা পুলটোৰ ওপৰতে দুয়ো বাহিল। সেইখিনিৰ পৰা সিইতৰ পুৰণি গাড়ীৰ খোলাৰ অট্টালিকাটো দেখা যায়। বলোৰে ভয়ে ভয়ে সুধিলে "কি হব এতিয়া?"

"একো নহয়। মিন্‌ছিপালিটিৰ গাড়ী আহি লৈ যাব লাছটো। তেতিয়া আমি ঘূৰি যাম।" আঠ বছৰীয়া লিলিয়ে আশী বছৰৰ অভিজ্ঞতাৰে, অকণো বিকাৰ

নোহোৱাকৈ কথাটো কৈ বলোৰ গাতে লাগি বহি ললে। কাপাৰখনেৰে নিজৰ লগতে বলোৰ গাটোও ঢাকি ললে। তাৰ পিছত প্ৰথম প্ৰশ্নটো ওলাল মুখৰ পৰা “তই ভাত বান্ধিব পাৰিবি···?”

মিন্‌ছিপালিটিৰ গাড়ী আহোঁতে আবেলি হ'ল। এপেৰ বেৰবৈল অহ' মানুহৰ মাজৰ পৰা কোনোবাই ফোন কৰি জনাইছিল “বেৱাৰিশ লাছ” এটা পৰি থকা কথাটো। কলেজৰ অহা বহুত ল'ৰা-ছোৱালীয়ে গোন্ধ ওলোৱা নাছিল যদিও নাকে মুখে ৰুমাল লৈ বাটৰ সিফালেদি পাৰ হৈ গৈছিল।

তাৰ পিছৰ পৰা লিলি বলোৰ বয়স বাঢ়িল এঘাৰ প্ৰায় তিনি বছৰ। নগৰলৈ পৰিবৰ্তন আহিল বহুত। বাট পহুলিবোৰ বহল কৰা হৈছে। তোলাই সদায় মূঢ়াটো পাতি থোৱা ঠাইৰ পৰা ভুখোৰমান দূৰলৈ যাব লগা হ'ল। বলোৰ মুখৰ হাঁহিৰ লগতে মাত কথাবোৰো চতুৰ হ'ল। লিলি আৰু অলপ কৰ্মক্ষম হ'ল। সিহঁত প্ৰায় প্ৰাপ্তবয়স্ক হৈ উঠিল।

হলে কি হ'ব। আকৌ এদিন আৰু এটা অঘটন ঘটিল। কথাটো প্ৰথমতে চকুত পৰিল তোলাকাইৰ! তেওঁ সকিয়াই দিলে—“এই হাৰামজাদী দেখিছ!”

আকৌ মিন্‌ছিপালিটি? পৌৰ কৰ্তৃপক্ষই ভাবা কৰি অনা ক্ৰেণ এখনে তাঁৰ, হাকোটা লগাই সিহঁতৰ অট্টালিকাটো আঁজুৰি আছে! লিলি শিয়ৰি উঠিল। পৰ মাৰিলে সেইফালে। কিবা এটা হৈছে বুলি অনুমান কৰি বলোৰো মুখৰ আগৰ ঠালখন সামৰি লৈ, লাখুটিডালেৰে খেপিয়াই অনুমানতে লিলিৰ পিছ ললে।

ক্ৰেণখনে ইতিমধ্যে পুৰণি গাড়ীৰ খোলাটো দাঙি ললেই। লিলিয়ে প্ৰাণৰ কাতৰে চিঞৰি-বঢ়ৈ ধাবলে—“ব'বা, ব'বা এই···!”

ক্ৰেণৰ মানুহ কেইটাৰ হাঁহি উঠি গ'ল। এটাই, আনটোক কোৱা শুনা গ'ল—“গাড়ীৰ মালিক আহিছে ঐ···।”

বিৰাট জোকাৰ এটা মাৰি ক্ৰেণখনে গতি ললে। গাড়ীৰ খোলাৰ ইটো সিটো খাপত থোৱা ভঙনীয়া পইচা কেইটামান বাটলৈ সৰি পৰি টুং টাংকৈ শব্দ কৰিলে। কিন্তু লিলি বলোৰ গাৰ কাপোৰবোৰ ভিতৰতে ওলমি থাকিল।

বাটৰ পইচা কেইটা বুটলি বুটলি লিলিয়ে অকথ্য ভাষাৰে ক্ৰেণখন, তাৰ মানুহকেইটা আৰু মিন্‌ছিপালিটিক গালি পাৰিবলৈ ধৰিলে। এৰা দুজিৰ নোৱাৰি আকৌ এবাৰ বলো নিমাত হৈ থিয় হৈ থাকিল বাটৰ মাজতে।

কাৰৰ মানুহবোৰে দৃশ্যটো বেছ উপভোগ কৰিলে সেইদিনা।

# বেদখল

কোনেও সপোনতো ভবা নাছিল ঘটনাই এনে এটা ৰূপ ল'ব বুলি। হয়, কাজিয়া এখন লাগিছিল। কুদ্দুছৰ কপাল ফাটি তেজে তুমৰলি হৈছিল। দেবেনহঁতৰ ঘৰৰ পৰাই কপাহ আৰু আয়ডিন দি পিছত ধৰাধৰি কৰি প্ৰাথমিক স্বাস্থ্য কেন্দ্ৰলৈ লৈ যোৱা হৈছিল। তাতে পুৰাই পথলাই বেণ্ডেজ এটা বান্ধি ঘৰলৈ পঠাই দিয়া হ'ল। খোজকাঢ়িয়ে গৈছিল কুদ্দুছ ঘৰলৈ চাৰি কিলোমিটাৰ।

কাজিয়া ভাঙি দিছিল গাঁৱৰে দুই চাৰিজন আগবাঢ়ি গৈ। গ'ল কথা গুছিল। কাৰো নোম এডাল লৰা নাছিল।

পিছে হাড়লৈকে লাগিল দুদিনৰ পিছত। কোনোবা এজন স্থানীয় বছি-খোৱা সাংবাদিক ওলাল হ'বলা। দিলে খবৰ এটা পঠাই। জিলা কৰ্তৃপক্ষ উঠি আহিল। সংশ্লিষ্ট বৰমূৰীয়া কেবাজনো আহি পিতৰ্পিতাই ফুৰি খবৰ কৰিলে। সাৱধানে, সন্তৰ্পণে! এই সংঘৰ্ষ বাঢ়িবলৈ দিব নোৱাৰি। অন্য ঠাইলৈকো উত্তেজনা বিয়পিব পাৰে। সাম্প্ৰদায়িক সম্প্ৰীতি ক্ষুণ্ণ হলে দেশৰ বাবেই বিপদ।

খবৰ ওলাল হেনো এইখন গাঁৱত এটা বিৰাট সাম্প্ৰদায়িক বিভ্ৰাট ঘটি গ'ল। হতাহতৰ লেখ ল'ব পৰা হোৱা নাই। গুৰুতৰভাৱে আহত কেইজনমানক নগৰৰ হাস্পতালত চিকিৎসাৰ বাবে থোৱা হৈছে।

চকু অমৰাওটীয়া হ'ল সকলোৰে। কোন আহত হ'ল? কাক নিলে চিকিৎসালয়লৈ? কোনেও কাৰো নাম ক'ব নোৱাৰে।

নগৰৰ পৰা উকীল দুজনমানৰ দল আহিল এটা। ঘৰে ঘৰে বুজনি দিলেগৈ শান্তি ৰক্ষা কৰিব লাগে বুলি। পুলিচ দেবেনহঁতৰ ঘৰলৈকো আহিছিল। খা-খবৰ লৈ গৈছিলহি। ভয়ত পেপুৱা লাগিল গোটেই গাঁওখন। কথাত এনেকৈ পাখি লাগিল

যে তিনিদিনলৈকে কোনো ঘৰ এৰি ওলোৱা নাছিল। গধূলিতে ছুৱাৰ মাৰি সোমাই থাকিল। ভয়ানক কিবা এটা হোৱাৰ আশংকাত, আন কি চাৰিআলিৰ বজাৰলৈকো কোনো যোৱা নাছিল। খবৰ কাগজ এখন পোৱাহৈতেনো। গাঁৱত কি হৈছে দিছপুৰেহে ক'ব পাৰিব!

দেবেনহঁতৰ খীৰতী গাই তুজনী আছে। হালৰ গৰুও আছে। গোহালিৰ গৰাকী মাজু। বৰ মৰম তাৰ গৰুলৈ। এই গাই তুজনীৰ নামো দি লৈছিল! এজনী মাধৈ, আনজনী, কপালত বগা ফোট এটাৰে মালতী।

এই মালতীৰে বেমাৰ যোৱা প্ৰায় এসপ্তাহমান। যিমান পাৰে তাগাপি কৰিছে মাজুৱে। তুদিন সি কামলৈকো নগ'ল। ব্ৰকৰ পৰা দৰবো আনি খুৱালেছি। জুই ধৰি সেক-পোটকো দিলে। ওঁহো, একো হোৱা নাই। নহৰও। ধৰিব পৰা হৈছে।

গাঁওখনৰ উত্তৰফালে বৰ মুকলি পথাৰখন। তাৰো উত্তৰে লুইত। লুইতৰ পাৰত যোৱা চাৰিবছৰমানৰ পৰা পত্নৰ কেইঘৰমান বহি আছেহি। গাঁৱৰ মাজেদিয়ে সিহঁতৰ অহা-যোৱা বাট। তাকে কৰোতে গাঁৱৰ মানুহৰ লগত চিনাকিও হৈছে। মাতবোৰ হেনাহচা। শুনিলে হাঁহি উঠে। মাজুহঁতৰ গোহালিটো বাটৰ কাষতে। তাত সোমাই গৰুজনীক চোৱাচিতা কৰা দেখিছিল নূৰ বোলা মানুহটোৱে। সিয়ে এদিন বাটত বজাৰৰ পৰা ঘূৰি আঁহোতে মন কৰিলে কাষতে সেয় এটা লৈ মাজুৱে গৰুজনীৰ গাটো মোহাৰি আছে। সুধিলে—"গৰুটোৰ ভাল হোৱা নাই নেকি মাজুবাবু?"

মাজুৰ মনটো এনেয়ে বেয়া। তাতে নূৰৰ এই সহানুভূতিসূচক প্ৰশ্ন শুনি জাদ্ধৰ খাই উঠিল। "তোক কেলেই আমাৰ গৰুৰ কি হৈছে? তাই মৰিলনে নাই তাকে খবৰ কৰিবলৈ আহিছ নহয়নে তই? নিদিও মই তোক তাইৰ ছাল চেলাবলৈ, বুইছ? মৰিলে তাইক পুতি থ'ম মই।" মাজুৰ খং কিয় উঠিল ধৰিব নোৱাৰি বেচেৰা নূৰ আঁতৰি গ'ল।

নূৰে জোতা বেচে। ঘাইকৈ মটৰৰ টায়াৰৰ। তাকে জোঁটা বান্ধি লৈ যায় চাৰিআলিৰ বজাৰলৈ। চামৰাৰ জোতাও সীয়ে। আৰু এটা কাম কৰে। গাঁৱৰ গৰু-ম'হ মৰিলে মানুহে পথাৰত পেলাই থৈ আহেগৈ। তেনেকৈ গৰু মৰা গম পালেই নূৰে লগত মানুহ এটা লৈ গৈ ছালখন চেলাই লৈ যায়। নিমখ দি থৈ দিয়ে তুদিনমান। তাৰ পিছত অলেখৰৰ মহাজনক বেচি দিয়েগৈ।

শটোৰ ছালখন গুছাই নিলে কাউৰী-শগুণৰ সুবিধা হয়। গাঁৱৰ মানুহবো সুবিধা এটা নোহোৱা নহয়। শগুণে সোনকালে শেষ কৰিলে শটো গেলি গোন্ধ ওলাবলৈ নাপায়।

একেধৰণৰ ব্যৱসায় কৰে চাৰি আলিৰ কুন্দুছেও। সিইত পুৰণি মানুহ অঞ্চলটোৰ। গাৰো পাহাৰৰ ফালৰ পৰা কেঁচা ছাল বিচাৰি আনি সিও মহাজনক যোগায়। মহাজনে একেলগে গাড়ীত তুলি অসমৰ বাহিৰলৈ চালান দিয়ে। কিন্তু কেতিয়া, কেনেকৈ কোনেও ফুটকে নাপায়।

কুন্দুছেও একাদিনা আজৰি পালে দীঘল টাঙোন এডাল আৰু চোকাকৈ ধৰোৱা কটাৰী ডুখনমান হাতত লৈ গাঁওখনৰ জৰীপ কৰেহি। কেনেবাকৈ ক'ৰবাত কোনোবাই গৰু-ম'হৰ শ পেলাইছে নেকি!

মাজুইতৰ গোহালিত যে গৰু এজনী মৰো মৰো হৈ আছে কুন্দুছে গম পোৱা নাছিল। সি গম পালে একেবাৰে আচল সময়তে! দেবেনে গাঁৱৰে নন্দ, ভৱ, গকুলক মাতি আনি গৰুজনী পথাৰত পেলাবলৈ পঠাই দিছিল। টেংকেইটা যোৱাই বাজি, ডুছোৱা বাঁহত ওলোমাই চাৰিটা মানুহে লৈ গৈ থাকোতে মাজুৰ কথাকে পাতি গৈ আছিল। ডেকা ল'ৰাটোৰ গৰুলৈ ইমান মৰম দেখি সকলো আচৰিত।

কুন্দুছ আহিছিল চফৰ কৰিবলৈ। দূৰৈৰ পৰাই দেখিলে শৱ-যাত্ৰাটো। সি বৈ দিলে। একেবাৰে লগে লগে নোযোৱাই ভাল। ইহঁতে গৰুজনী পেলায়ে গুছি আহিব। আকাশত শগুণে বনাবলৈ পোৱাৰ আগতে সি হাজিৰ হ'বগৈ।

পালেগৈও সেইমতেই। সাধাৰণ কথা। কোনেও কাণসাৰ নকৰে। গাঁৱৰ সৰু সৰু ল'ৰা-ছোৱালী এজাকে দূৰৰ পৰা অবাক হৈ চাই থাকে। কুকুৰ কেইটামান ইতিমধ্যে গোট খালেহিয়ে। আলেঙে আলেঙে পাক দি আছে।

যথাসময়ত ছালখন জাপি লৈ কুন্দুছ ধৰলৈ গুচি গ'ল। গাঁৱৰ কাৰো খবৰেই নোহোৱাৰ দৰে। মাজুৰ গৰুৰ নাম দিয়া কথাটোক লৈ ডুই এঘৰত এথাৰ ডুথাৰ কথা ওলাল। গাঁথাৰ কিমানজনে দিছিল তাৰো মুখে মুখে জোখ দিলে প্ৰত্যেকে বেলেগে বেলেগে। ডুদিনৰ পিছত পাহৰি পেলালে সকলোৱে।

নুৰ বোলা মানুহটো অহা নাছিল সেই বাটেদি ডুদিনমান। মালতী মৰাৰ ডুদিনৰ পিছত সি যাওক বজাৰলৈ। মাজুইতৰ গোহালিত মাজুক দেখিবই বুলি ভাবি লৈছিল চাগৈ সি। পিছে দেখিলে গোহালিত মানুহ নাই। গৰুজনী?

দেবেন ওলাই আহিছিল বাজলৈ। "বাবু গৰু ভাল হ'লনে?" দেবেনকে তেনেকৈ সুধিলে যদিও, সিও জানিছিল। সেইজনী গৰু ভাল হ'বই নোৱাৰে।

"হল অ" একেবাৰে ভাল হ'ল। যা তোলৈ থৈ আহিছে তাইক কবছগছৰ তলত...।"

"এ মৰিল নেকি বাবু?" যেন ভাব বৰ বেজাৰহে লাগিল। "কোন দিনা?"

"পৰহিয়ে মৰিল।"

নৰ বৈ গ'ল। আহোঁতে আকাশত শগুণ দেখা মনত নপৰিল নেকি? তিনি দিন হ'লে নিশ্চয় শেষেই হ'ল নিশ্চয়। এই কথাটো গমকে নাপালে সি।

তাৰ মনৰ কথাটো দেৱেনে অনুমান কৰিছিল। হাঁহি এটা মাৰি কৈ দিলে— "তই নাপাসি ৰৈছ? কুন্দছ আহি চামৰা লৈ গ'ল।"

নৰৰ চকু দুটা এবাৰলৈ ডাঙৰ হৈ গ'ল। একো নামাতি সি নিজৰ বাট ললে।

পিছদিনাই কেনেবাকৈ ঘটনাটো ঘটিল। কি আশাত জানো কুন্দছ সেইদিনাও আহিছিল গাঁৱলৈ। গাঁৱৰ মাজেদিয়ে বোলে কেনিবা যোৱাৰ কথা।

আহক সিফালৰ পৰা নৰ। ভেটা ভেটি হ'ল কি নহ'ল, লাগিল তৰ্কাতৰ্কি। কোনেও ধৰিব পৰা নাছিল তৰ্কৰ বিষয়নো কি? চিঞৰ বাখৰ হোৱা যেন শুনি বাটলৈ ওলাই আহিছিল কেবাজনো মানুহ। বহুত পৰ দূৰৰ পৰাই চাই আছিল। পিছত্যহ দেখিলে, দুয়োটাই হাতৰ টাঙোন তুলি লৈছে! লগৰ কেইটাইও দিব লগা পালিৰ ভাও দিছে।

টাঙোনৰ ঠেকাঠেকি হোৱা শুনি দেৱেনহঁত বাধা দিবলৈ আগবাঢ়ি গ'ল। ওচৰ পোৱা মানে নৰ উভটি গ'ল। কুন্দছ কপালত হাত দি মাটিত বহি দিলে। লগৰকেইটাই ইফালে-সিফালে চাইছে পানী-চানী এটোপা পায় নেকি?

কুন্দছৰ কপালৰ তেজৰ ধাৰটো বেছি হোৱা যেন দেখি দেৱেন লৰ মাৰি ঘৰলৈ সোমাই গ'ল। ভিতৰৰ পৰা হাতত কপাহ অকণমান আৰু আয়োডিনৰ বটলটো লৈ কুন্দছৰ ওচৰ পালেগৈ। কোনোবা এটাই পানী একটিও আনিলে।

কুন্দছৰ কান্ধত থকা গামোছাখনেরে তিয়াই যিমান পৰা হয় ঘাটোখৰ ধুই দিয়াত দেখা হ'ল, ঘা ডাঙৰেই। আটায়ে দিহা দিলে স্বাস্থ্যকেন্দ্ৰলৈ যোৱা উচিত।

চৰুই গাত পলে লগত যাবলৈ। স্বাস্থ্যকেন্দ্ৰত ডাক্তৰে চাইচিতি, দৰৱ দি বেণ্ডেজ এটা বান্ধি দিলে।

চৰুৰ পৰাই গাঁৱৰ লোকে জানিলে বোলে কাজিয়াৰ সূত্ৰপাত হৈছিল বেদখল সন্দৰ্ভত। কুন্দছে বোলে সীমা চেৰাই নৰৰ এলেকাত সোমাই মাজুহঁতৰ গৰুজনীৰ ছাল চেনাই লৈ গ'ল। তাকে উলিয়াওঁতে কুন্দছে কোপৰি পাতি ধৰিলে। সি পনুৰাই তাৰ একো নিদ্ধাৰণ কৰিবলৈ আহিছে!

সিহঁতৰ বোলে এটা অলিখিত চুক্তি আছে: কেইগৰাকী গাঁও চিন দি থৈছে, তাতেই এটাহে যাব পাৰিব গৰু মৰিলে ল বিচাৰি। আনটো যাব নোৱাৰিব। এইখন ৰাজ্য সেইমতে নৰৰ দখলত। কুন্দছৰ ৰাজ্য সিফালে।

কেতিয়া কোন ঠাইত বহি এনে চুক্তি সম্পন্ন কৰা হৈছিল কোনেও নাজানে। গাঁৱৰ বাইজে এইবোৰ ব্যৱসায়ীক চুক্তিৰ আওভাও নাপায়।

আওভাও নাপায় বাবেই এইটোও নাজানিলে যে স্বাস্থ্যকেন্দ্ৰত বাহিৰ দিয়া কুন্দ্ৰৰ কপালৰ বেণ্ডেজটো বিজ্ঞাপন হিচাপে ব্যৱহাৰ কৰিলে লগে গড়গাঁৱৰ বাতৰি কিডিওঃ কোনোবাই :

সাম্প্ৰদায়িক সংঘৰ্ষ এটা লাগিছে। অস্ত্ৰ-শস্ত্ৰৰে সজ্জিত হৈ এদলে আন এদলক আক্ৰমণ কৰিছে। হতাহতৰ সংখ্যা এতিয়াও জানিব পৰা হোৱা নাই। চিকিৎসাধীন দুজনমানৰ অৱস্থা গুৰুতৰ। আঘাত কমকৈ হোৱা দুজন নে এজনক প্ৰাথমিক স্বাস্থ্য কেন্দ্ৰত প্ৰাথমিক চিকিৎসা কৰি বিদায় দিলে।

ৰাজধানীত তোলপাৰ লাগিল। ওচৰাওচৰিকৈ হিন্দু-মুছলমানৰ গাঁও আছে। সংঘৰ্ষ হলে তেজৰ নৈ বৈ যাব! সকলো প্ৰস্তুতি বন্ধ কৰিবই লাগিব।

গাড়ীৰ ধূলিয়ে বাটৰ কাষৰ গছৰ পাতবোৰ বগা কৰি পেলালে। দলে দলে শান্তিকামী নেতৃবৃন্দ আহিল। এই অঞ্চলৰ বিভিন্ন সম্প্ৰদায়ৰ সম্প্ৰীতিৰ পৰম্পৰা বিনষ্ট হবলৈ দিব নোৱাৰি।

গাঁৱৰ অকৰা মানুহবোৰে বিনষ্টনো হৈছে কি ধৰিব নোৱাৰিলে।

গাঁৱৰে পশ্চিম ফালে পূবেকণ ক্লাব নাম দি ডেকা এজাকে সৰুকৈ ঘৰ এটা সাজি লৈছে। তাতে আবেলি কেৰম খেলে। খেলে চাৰিটাই, বেৰি ধৰে আন দহটাই।

তাতে ওলাল কথাটো। সাংঘাটিক বিপদ হ'লহেঁতেন। কুন্দ্ৰুৰ গাঁৱৰ মানুহে নুৰইতক শেষ কৰি দিবলৈ ওলাইছিল। পিছে আমাৰ গাঁৱৰ কেনেবাকৈ অনিষ্ট হয় বুলিহে বৈ আছে।

বি ডি অ' জন বদলী হ'ল। থানাৰ অ'চিও। তেওঁলোকে হেনো আগতীয়াকৈ এনে ঘটনাৰ বুজ পাব লাগিছিল।

জিলাৰ উপায়ুক্তলৈ বোলে কিবা চাৰ্টিফিকেট দিছে ৰাজধানীৰ পৰা। সম্ভাব্য সাম্প্ৰদায়িক সংঘৰ্ষ এটা কলিতে মষিমূৰ কৰা বাবে।

"এইবাৰৰ পৰা তোৰ মাথৈ মালতীৰ বেমাৰ হ'লে, থানাতো খবৰ এটা দি থ'বি অ' মাজু·····।" বুধি দিলে বন্ধুই।

# কমলে কৰিলে কি !

"কমলক চিনি পাইছনে, এইটো ? তই নিশ্চয় বিশ্বাস কৰিবলৈকে টান পাবি যে আমি লুকাই থকা সময়ছোৱাত কেতিয়াবা আমাৰ এই গাঁৱৰ ঘৰলৈ আহিলে তই এইটো কমলকে কোলাই বোকোচাই লৈ দৰৰা-দৰৰি কৰিছিলি। এতিয়া চা তাৰ মুখত গোফ ঠুটিয়াইছে··· ।"

সন্মুখৰ চোফাখনত বহি থকা ল'ৰাটোলৈ চালে মন্ত্ৰীমহোদয়ে। হাঁহি মুখীয়া ল'ৰাটো দেখিলে মৰম লাগে। পিন্ধনত নিচেই সাধাৰণ সাজ এটা। পায়জামাটো আৰু দীঘল কামিজ এটা। ভৰিত হাৱাই চেণ্ডেল এযোৰ। অকণমান বেগ এটা দুই হাতেৰে ধৰি বহি আছে।

"ইমানটো হ'লহি যদিও সি আমাৰ ঘৰখনৰ আলাসৰ লাড়ু হৈয়ে আছে। অকল ঘৰখনৰে নহয়, গোটেই গাঁওখনেই তাক বৰ মৰম কৰে। হ'লে কি হ'ব, সেই মৰম লগা কোমল স্বভাৱৰ ল'ৰাটোও কিন্তু ভিতৰি ভিতৰি অতি উগ্ৰ হৈ পৰিছে। তাৰ কথা এবাৰ নোৱাৰিয়ে এইখন লিখিলোঁ··· ।"

মন্ত্ৰীয়ে আকৌ চালে ল'ৰাটোলৈ এবাৰ। এইটো ল'ৰাও উগ্ৰ হ'ব পাৰেনে ? সুধিলে—"কি পঢ়িছা তুমি ?"

"মেট্ৰিক দিলোঁ এইবাৰ।"

"কলেজত ইয়াতে পঢ়িবাহি নেকি ?"

উত্তৰ দিয়াৰ আগতে কোঠাত বহি থকা আনজন মানুহলৈ চালে এবাৰ কমলে। মুখত হাঁহিটো লাগিয়ে আছে তাৰ। ক'লে "নপঢ়োঁ, আপুনি চিঠিখন পঢ়কচোন বাৰু··· ।"

"বাধ্য হৈ লিখিলেও, মোৰ মনতো ধিকাৰ ওপজা বাবেহে কথাখিনি লিখিলোঁ !

পিছৰখিনি পঢ়াৰ আগতে তই এটা কাম কৰিবি। মোৰ বহীখন কমলৰ হাতত দি দিবি। সিইতক মই বহীখনৰ কথা কৈ দিব লগা হ'ল। নহ'লহেঁতেন যদিহে তই অলপতে দিয়া ভাষণ এটাত ইমান খেলি মেলি নলগালিহেঁতেন। কাগজত তোৰ ভাষণ পঢ়ি মই ডাঙৰকৈ হাঁহি দিছিলো। আগগুৰি মুৰুজাকৈ তই মোৰ প্ৰবন্ধটোকে ভাষণ কৰি পঢ়িব নালাগিছিল। আগতেও তই মোৰ বহীখনত লিখি থোৱা কথাকে বেলেগ বেলেগ সভাত বক্তৃতা হিচাপে দিয়া মই গম পাই আছিলোঁ। পিছে সিদিনাৰ টো ভাষণে সীমা চেৰাই গ'ল। কওঁ কথা কওঁ কৈ পেলালি তই গমেই নাপালি। কাগজবোৰে যে! যেই হওক নাকী কেইটা প্ৰবন্ধ আৰু কৰিব নলগাবি। মান ভগনৰ কথা কবলৈ গৈ কেনেবাকৈ কলঠোকা বাতৃলীয়ে থোৱা কথা কৈ পেলাবি; তই নিজেও জান সেই প্ৰবন্ধবোৰ মোৰ একান্তভাৱে নিজৰ।"

"দাদাৰ বহীখন ঘুৰাই দিব নেকি?" মন্ত্ৰী উচপখাই উঠিল কমলৰ মাত শুনি। সি মন্ত্ৰীৰ লগে লগে মনতে ককায়েকৰ চিঠিখন পঢ়ি গৈছে নেকি! একো নামাতিলে মন্ত্ৰীয়ে। কোঠাত থকা আনজন মানুহ উঠি থিয় হ'ল। তেঁই মন্ত্ৰীক মাত লগালে--- "মই গধূলিকৈয়ে আহিম। চেক্ৰেটৰী আহিব লাগে। আপুনি ফোনতে এবাৰ..." মন্ত্ৰীয়ে মূৰটো লৰাই সম্মতি জনাই চিঠিত চকু দিলে। মানুহজন ওলাই গ'ল।

"তই যে মোৰ লেখাবোৰ একো বুজ সেইটো মই লিখি থাকোতেই জানিছিলো। তয়ো তোৰ নিশ্চয় মনত আছে। আমাৰ পলৰীয় জীৱনত সময় সুবিধা পালেই মই যেতিয়া বহীখন লৈ লিখিবলৈ বহোঁ, তই মোক জোকাইছিলি। এখন ডাঙৰ বহী পুৰাই পেলাইছিলোঁ মনলৈ অহা কথাৰে। দেশখন কেনে হোৱাতে মই মনতে বিচাৰিছিলোঁ সেইবোৰ কথাৰেই। শেষবাৰ পুলিচৰ খেদাত এবা এবি হওঁতে বহীখন তোৰ হাতত থাকি গ'ল। তাকে তই মন্ত্ৰী হোৱাৰ পিছত কামত লগাবলৈ ললি। বহুতে শলাগে বোলে তোৰ ভাষণ শুনি। মই হাঁহো সেইবোৰ ভাষণৰ কথা কেনেকৈ লিখা হৈছিল মনত পেলাই। সিদিনা হাঁহিটো ডাঙৰ হৈ গ'ল। কমলহঁত কাষতে আছিল। নেবোনেপেৰাকৈ মোৰ হাঁহি উঠাৰ কাৰণ কি মোধাত উপায় নাপাই কৈ দিলোঁ। সকলোৱে আমাৰ ঘৰত তোৰ লগত থকা মোৰ সম্পৰ্কটো কেনে জানে। গোটেইবোৰে হাঁহিলে। নাহাহি জাঙুৰ খাই উঠিল ই কমল। বৰ উগ্ৰ হৈ পৰিছে বুইছ সি। সিয়ে আকৌ গোঁজকৈ ধৰিলে বহীখন ঘুৰাই খুজি তোলৈ মই চিঠি এখন দিবই লাগিব।..."

"বহীখন আগতে দি দ'ব নেকি দাদা?" হাঁহি মুখেৰেই কমলে আকৌ মাত দিলে। মন্ত্ৰীৰ খং উঠিল এইবাৰ। কিন্তু প্ৰকাশ নকৰিলে। বহীখনৰ কথাত

কমলৰ আগত যে মাত মাতিব নোৱাৰি সেইটোও বুজিলে। চিঠিখন হাতত লৈ থিয় হ'ল। প্ৰায় উচাট মাৰি কাষৰ সৰু কোঠাটোলৈ সোমাই গ'ল।

লগে লগে কমলো উঠি সাউতকৈ সি বহি থকা কোঠাটোৰ বাহিৰ ফালে যাব পৰা দুৱাৰখনৰ ছিটকিনি ভাল মাৰি বন্ধ কৰি দিলে। আগতে ওলাই যোৱা মানুহজনে জপাই থৈয়ে গৈছিল। কামটো কৰি লৰালৰিকৈ আকৌ আগৰ ঠাইলৈ আহি আগৰ দৰেই বহি ললেহি।

কেঁ কেঁকৈ সোমাই আহিল মন্ত্ৰী। হাতত ভাঁজ নকৰা বগা বহী এখন। সেইখন দলি মৰাৰ দৰে কমলৰ কোলালৈ পেলাই দি সুধিলে—"আৰু কিবা কথা আছে নেকি তোমাৰ?"

"আছে!"

"কি?"

"চিঠিখন পঢ়ক।" মুখত হাঁহিটো আছিল যদিও কথাত কঠোৰ আদেশৰ সুৰ এটা আছিল কমলৰ। মন্ত্ৰীয়ে আওকাণ কৰি ক'লে—"মই পঢ়িম নাক চিঠি। তুমি যাব পাৰা।"

"নোৱাৰো। মোৰ আৰু কাম আছে!" এইবাৰ হাঁহিটো নোহোৱা হ'ল কমলৰ মুখত। আকৌ থিয় হ'ল সি। থিয় হৈ পায়জামাৰ বহলভাগৰ গাঁঠিটো খুলি ভিতৰলৈ হাতখন ভৰাই দিলে। দৃশ্যটো অশোভন আছিল। মন্ত্ৰীয়ে অবাক হৈ চাই থাকোঁতেই কমলে সৰু পিস্তল এটা উলিয়াই মন্ত্ৰীলৈ টোৱাই আদেশ দিলে—

"বহক। বহি চিঠিখন পঢ়ি শেষ কৰক।"

হতবাক হৈ মন্ত্ৰী বহি দিলে। কেউফালে চাই কাৰবাক মাতিব খুজিলে। কমলে আকৌ বাধা দিলে—"মুখেৰে মাত নিদিব। আৰু

"তুমি! তুমি সেইটো লৈ আহিলা কেনেকৈ? চিকিউৰিটি ...!"

কমলৰ হাঁহি উঠি গ'ল। চিকিউৰিটিয়ে ধৰিছিল তাক। চাৰাই চেলেক, পায়জামা, কামিজ পিন্ধা হাঁহিমুখীয়া ল'ৰাটোৰ হাতৰ বেগটোও খুলি চাইছিল। মন্ত্ৰীৰ একালৰ কোনোবা এজন বন্ধুৰ ভায়েক বুলি খোৱঙজীয়া কথাৰে চিনাকি দিছিল, গাঁওখনৰ নামটো কিন্তু বেলেগ এটা দিছিল; সন্দেহ নকৰিলে কোনেও। ভিতৰলৈ আহি ককায়েকৰ নাম কলত এঘণ্টামান বহাৰ পিছত মন্ত্ৰীয়ে নিজে খবৰ কৰাই এইটো ভিতৰুৱা বহা কোঠালৈ মতাই আনিছে। আন এজন মানুহ বহি আছিল তেতিয়া।

বিবুধি হৈ মন্ত্ৰী বহি থাকিল। কলিং বেলটো বজাবলৈ কাষৰখন চকীলৈ যাব লাগিব। সাহ নহ'ল।

"মই তুৰাবখন সোৰা বন্ধ কৰি থৈছোঁ, চাই লওক। আৰু পিন্ধনত এখন চাইলেন্সাৰ লগোৱা আছে। চিঠিখন পঢ়ক।" মাততো সককৈ ওলাইছিল যদিও নিৰ্দেশটো টান আছিল।

একান্ত উপায়হীন হৈয়ে চিঠিখন তুলি ল'লে মহাশয়ে। আখৰবোৰ দেখিছে। পঢ়িও গৈছে। অৰ্থটো কিন্তু পোনে পোনে মনলৈ যোৱা নাই।

"...সেয়েহে লিখিলোঁ। আৰু এটা কথা, এইখিনি কথাকে ক'বলৈ ক'তো সুবিধা পোৱা নাছিলোঁ। ওলাই সোমাই কৰিব পৰা হোতোনো কথা বেলেগ আছিল। সেই কথাতে হয়তো দুখ কৰে। সিহঁতে পাকে প্ৰকাৰে প্ৰশ্ন কৰে মোৰ এই পৰিণতিৰ কোনো সমাধান কৰা নহ'ল কিয়? মোক নোসোধে। সুবিধালেও গম পাওঁ সিহঁতে বেছ উত্তেজিত হৈয়ে আলোচনা কৰে, মোৰ প্ৰতি তহঁতৰ কোনো দায়িত্বই নাই নেকি! মোক কলধাৰ সমিতিৰ পৰা বহিষ্কাৰ কৰোঁতে দুৰ্নীতিৰ অপবাদটো দিয়াৰ সময়ত তহঁতে মোৰ অসহায় অৱস্থাটোৰ কথা এবাৰো নাভাবিলি কিয়?

"মই নিজে সেই বিষয়ে কাহানিও ভাবিব খোজা নাছিলোঁ। পিছে তহঁতৰ কীৰ্তি-বোৰৰ কথা অহৰহ কাণত পৰি পৰি মোৰো বিবেক বিকল হ'বলৈ ধৰিছে। তহঁতৰ ধৰণকৰণ, কথাবতৰাৰ বেহ ৰূপ, অভাৱনীয় বিলাসৰ কথাবোৰ শুনিও মই কাহানিও বিশ্বাস কৰিব খোজা নাছিলোঁ। কিন্তু হঠাৎ সিদিনা মোৰ অতি আপোন মানুহ এজনে কিবা বিপাকত পৰি তোৰ বৈণীয়েৰৰ হাতত এগালমান টকা দি বিচৰা কাম এটা কৰাই আনিছে বুলি প্ৰমাণেৰে কোৱাত মোৰ বিশ্বাসৰ বান্ধ সুলকি পৰিল।

"তই কেনেকৈ পাহৰিলি, আমি যে প্ৰাণ উছৰ্গা কৰিও দেশৰ কাম কৰিম বুলি প্ৰতিজ্ঞা কৰিছিলোঁইক? কিমান কষ্ট কৰি, কতদিন নোখোৱা নোবোৱাকৈ গছৰ-তলে বাঁহৰ তলে পৰি থাকি ৰাতি কটাইছিলোঁ? তেনেকৈ থাকিও আমাৰ মনোবল টুটা নাছিল। বৰং দেশৰ বেছিভাগ মানুহৰ অকুণ্ঠ মৰম আৰু সহযোগে আমাক সাহসীহে কৰি তুলিছিল। সেইসকলৰ তেনে সমৰ্থনে আশীৰ্বাদৰ ৰূপ লৈ আমাৰ সংকল্পকে মহীয়ান কৰি তুলিছিল।

"এই কেইবছৰতে তই পাহৰি গলিনে যে আমি তেজেৰে চহী কৰি গোপনে শপত খাইছিলোঁ, নিজলৈ নোচোৱাকৈ আমি আমাৰ এমুঠি মানুহৰ বাবেই সকলো কৰিম?

"স্বাধীন ভাৰতত উপজি আমি ডাঙৰ হবলৈ ধৰিলো নিয়ন্ত্ৰণৰ মাজত। ভাত মুঠি, কাপোৰসাজ, আনকি কাম বনো নিয়ন্ত্ৰণৰ মাজেদিহে পাবলৈ ধৰিলে স্বাধীন ভাৰতৰ মানুহে। উদ্যোগ বাদহবা খণ্ডত। ব্যক্তি খণ্ডত প্ৰতিযোগিতাৰ মাজেদি উৎপাদনৰ

গুণ বঢ়োৱাৰ সুবিধা দিয়া নহ'ল। একচেটিয়া গোষ্ঠী একোটাক মুৰ দাঙিবলৈ দিয়া হ'ল। পৃথিৱীত কতো নোহোৱা নিৰিখত কৰ ধৰি, আইন গোপন কৰিবলৈ পৰোক্ষ উদগণি দিয়া হ'ল। একে ধৰণেৰে পৰোক্ষ পোষণ মঞ্জুৰ কৰা হ'ল তেনে আঙলব ধন ৰাজনৈতিক পুঁজিলৈ 'বৰঙণি' হিচাপে তুলি। আমাৰ ৰাজ্যৰ পৰা সকলো সম্পদ গুচি লৈ যাবলৈ সকলো প্ৰকাৰে সুবিধা কৰি দিয়া হ'ল বিভিন্ন গোটক। তেনে সুবিধাবোৰ শৰাইত তুলি দিলে আমাৰে দূৰলৈ নেদেখা নেতা সকলে! কলত ৰাজ্য-খন এখন খেল পথাৰলৈ ৰূপান্তৰিত কৰি পেলোৱা হ'ল। খেলুৱৈ সকল আহে, খেলে; খেলি গুচি যায়। খেল পথাৰ খচি বোকাময় কৰি থৈ যায়!

"তই পাহৰি গলি যে সেই সত্যৰ উপলব্ধিতেই আমি সংগঠনটো গঢ়িছিলোঁ। আমাৰ উদ্দেশ্যৰ সততাত আমাৰ মানুহ পতিয়ন গৈছিল। সেইবাবেই সহযোগ সমৰ্থন আগবঢ়াই তহঁতক দেশ চলাবলৈ ক্ষমতা দিলে। তাকে পোৱাৰ লগে লগে তহঁত ধৰি ললি সেয়া তহঁতলৈ জীৱন কাগৰ বাবে গচা হৈ গ'ল! নে, এইটোও সঁচা নেকি যে তহঁতে ক্ষমতা ক্ষণস্থায়ীহে হ'ব বুলি ভাবি অতীত নেওচি, ভবিষ্যৎ নগণি কেৱল বৰ্তমানকে সৰ্বৰ বুলি ধৰি ললিহঁক?

"এয়া কি কৰি পেলালি হঁক? সাধাৰণ মানুহৰ মৰমক নেওচা দি ক্ষেকোৱা ক্ষমতাৰ মোহত বলিয়া হৈ গলিহঁক। অথচ মোক দলৰ পৰা খেদাই দিবৰ সময়ত তহঁতেই সিদ্ধান্ত লৈছিলি, মোৰ হাতত জমা থকা সংগঠনৰ দুইলাখ টকাৰ পৰা তিনি হাজাৰ টকা খৰচ কৰাটো মোৰ নীতিবিৰুদ্ধ কাম হ'ল! আগতীয়া অনুমোদন নোলোৱাকৈ সেই টকা খৰচ কৰাটো মোৰ নৈতিক অপৰাধ বুলি গণ্য কৰা হ'ল।

"কমিটিৰ এজনেও নাভাবিলি যে সেই সংকটৰ মুহূৰ্ত এবাৰ; নোৰবাকৈ প্ৰয়োজন হোৱা টকা পাঁচ হাজাৰ মোৰ পৰিয়ালে যোগাৰ কৰা সম্ভৱ নাছিল। সেইদৰেও দুহাজাৰ গোটাই, মোৰ হাতত থকা গোপন পুঁজিৰ মাত্ৰ তিনিহাজাৰ টকা খেদাই লৈ তাত যোগ দিছিলোঁ। বাকী গোটেইখিনি টকা তই নিজে আহি নিৰ্বাচনৰ কামত খৰচ কৰিবলৈ লৈ গৈছিলি। তাকে নিবলৈ আহি তই দেখি গৈছিলি আঁঠুত গুলী লগা মোৰ বাঁও ভৰিটো কাটি পেলাব লগা হ'ল। গোপনে কৰাব লগা হোৱা চিকিৎসাৰ বাবেই সেইখিনি টকা খৰচ হৈছিল। সেয়াহে নাটিলেহেঁতেন। গাড়ী ভাৰা কৰি ডাক্তৰ, ঔষধ, দা-সঁজুলিবোৰ অনাব লগা হৈছিল মই লুকাই থকা হাবিখনলৈ। জড়িত হোৱা মানুহবোৰে একেবাৰে নললে নোহোৱা খৰচখিনিহে লৈছিল বাবে সিমানতে হ'ল। গোটেইবোৰ কথা তোক বিৱৰি কোৱা হৈছিল। তয়ো সহানুভূতিৰে শলাগি গৈছিলি।

"মই এতিয়া বুজিছো, মই সংগঠনত থাকিলে তইঁতে বহুত কামত বাধা পালিহেঁতেন। সেইবাবে অসমৰ্থ সহযোগী এজনে কোনো কাম কৰিব নোৱাৰিব বুলিয়ে বাক বাদ দিলি, দুৰ্নীতিৰ চেকাটো লগালি কিয়? মোৰ হাতত জমা থকা সেই দুই লাখ টকাৰ হিচাপেই নাছিল দেখোন তইঁতৰ হাতত! মই নিজে দিওঁতেও তই আচৰিত হৈছিলি!"

"থক দে সেইবোৰ। তোক ক'বলৈকে ভাল লাগিছে, আমাৰ গাঁৱৰে বাইজে, বিশেষকৈ ডেকা চামে, লাগি ভাগি-মোক উঠিব মেলিব পৰা ব্যৱস্থা এটা কৰিবলৈ গাত লৈছে। কোনেও 'নিৰ্যাতিত' ছাব লৈ তইঁতৰ পৰা সহায় বিচৰা নামকে নলয়। তোলৈ মোৰ অনুৰোধ, অহাবাৰ নিৰ্বাচনত তইঁতৰ কোনো যেন আমাৰ গাঁৱলৈ নাহ। আমাৰ ল'ৰাবোৰ জঁকি আছে! তইঁতক সমাজৰ শত্ৰু বুলি ঠাৱৰ কৰি থৈছে। মোৰ চকুৰ আগতে তইঁতক ইয়াত কোনোবাই অপমান কৰিলে মই বাধা দিব নোৱাৰি লাজ পাম!"

"কমলৰ হাততে পিস্তলটো পঠালোঁ। সেইটো তই টকা নিওঁতে লৈ নগলি। মোৰ বাবে অযথা বোজা হৈ আছে। ই, কমলে হেঁচা মাৰি ধৰা বাবেই চিঠিখন লিখিবলৈ বাধ্য হ'লো। লুকাই থোৱাৰ পৰা পিস্তলটোও গুলীবে সৈতে এয়া লগতে দিছে মই আজৰি হোৱা যেন পাইছোঁ।"

"তোৰ ঘৈণীয়েৰক মোৰ বিষয়ে কিবা কৈছনে নাই ক'ব নোৱাৰো। কলেও কি বুলি বা কৈছ সেইটোও মোৰ জানিবৰ উপায় নাই। তেওঁকো মোৰ সম্ভাষণ জনালোঁ। তয়ো মৰম লবি।"

"ইয়াত গুলী ছটা আছিল।" মন্ত্ৰী চক খাই উঠিল কমলৰ মাত শুনি। "এটা মই খৰচ কৰিলোঁ কুকুৰ এটা মাৰি। ভালে আছেনে নাই চাইছিলোঁ। চাইলেখাবো নিখুঁট হৈয়ে আছে ...।"

"তুমি কি কৰিব খুজিছা?" সুধিলে মন্ত্ৰীয়ে।

"চিঠিখন পঢ়ি শেষ কৰক। তাৰ পিছত ক'ম।"

"হ'ল পঢ়া। পিস্তলটো দিয়া মোক। মই পুলিচক দিয়াই দিওঁ ...।"

"সেইদৰে ময়ো দিব পাৰিম। "

"মই, ব'বা, তোমাক টকা একলাখ দিওঁ, অমলক দি দিবাগৈ।"

"এক লাখ টকা আছেনে ঘৰতে?" কমলে সুধিছিল। মুখত তাৰ হাঁহি এটা এইবাৰ।

"আছে, হ'ব...।" বুলি কওঁতে মন্ত্ৰীৰ কপালত ঘাম ওলাইছিল।

'আৰু মই যদি কওঁ, একলাখ মই নোচোওঁ। পাঁচ লাখ টকা নহলে মই নোবো, তেতিয়া ?" বিদ্ৰূপ ফুটি উঠিছিল কমলৰ কথাত।

মন্ত্ৰীয়ে থতমত খালে। সেপ ঢুকিলে এবাৰ। কওঁ নকওঁ কৈ কলে—"হ'ব। সিমানকে দিম, তুমি লৈ যোঁৱা। চাওঁ তোমাৰ বেগটো দিয়া" বুলি মন্ত্ৰী থিয় হ'ল। কৈ সুধিলে "তোমালোকৰ সংগঠনত কোন কোন আছে আৰু ?"

"বহি থাকক।" কঠোৰ মাতেৰে কমলে হুকুম দিলে। থপকৈকে বহি দিলে মন্ত্ৰীয়ে। এইবাৰ ভয় লাগিল মন্ত্ৰীৰ।

"সংগঠন টো ক'ত দেখিলে আপুনি ? ঘৰতে থকা টকাৰ পৰা আপুনি মোক পাঁচ লাখ টকা দিবলৈ সাজু আজি! কিন্তু দাদাৰ চিঠিত কিবা টকা পইচাৰ কথা আছে নেকি ?"

"নাই, নাই লিখা অমলে টকাৰ কথা।"

"মই নিজে কিবা কৈছিলো নেকি টকাৰ কথা ?"

মন্ত্ৰীৰ মুখৰ মাত হৰিল। ভয়টো স্পষ্ট হৈ মুখত ওলাই পৰিছে! সুধিলে—"কি কৰিব লাগে মই ?"

"দাদালৈ চিঠি এখন লিখি উত্তৰটো দিয়ক। দিওঁতে স্বীকাৰ কৰক—আপুনি আৰু আপোনাৰ দলটো যে সঁচাকৈয়ে সমাজৰ শত্ৰু হ'ল. আৰু পিস্তলটোও ঘূৰাই পোৱা বুলি লিখি দিব।"

মন্ত্ৰী থকমকৈ বিমুখ হ'ল। কমলে পিস্তলটোৰে নিৰ্দেশ দিলে উঠিবলৈ। কাষৰ সৰু কোঠাটোলৈ টোৰ'াই দেখুৱালে। সেইটো মন্ত্ৰীৰ ব্যক্তিগত অফিচ। নিৰুপায় হৈ মন্ত্ৰী উঠিল।

মেজৰ কাষত বহি নাম আৰু মন্ত্ৰীত্বৰ ছাব থকা চিঠিলিখা পেডটো আগত লৈ কলম এটা তুলি ললে মন্ত্ৰীয়ে। কলমটো কামুৰি ধৰিলে এখন্তেক।

দুৱাৰ মুখতে থিয় হৈ আছে কমল। হাতৰ পিস্তলটো মন্ত্ৰীৰ মূৰলৈ টোৱ'াই থৈছে। মুখেৰে ক'লে "লিখক সোনকালে।"

লৰালৰিৰ প্ৰয়োজন নাথাকে মন্ত্ৰীৰ ভিতৰ মহলত। সকলোৱে জানে নিচেই ওচৰ সম্পৰ্ক থকা মানুহৰ লগত মন্ত্ৰীয়ে গোপন আলোচনা কৰিবলৈ তাত বহুত সময় বহি থাকে। বেল টিপি নিবিচাৰিলে কোনো কৰ্মচাৰী সোমায়ো নাহে।

মন্ত্ৰীয়ে লিখি গ'ল—

'মৰমৰ অমল, তোৰ চিঠি পালো। সকলো কথা বুজিলো। তোৰ প্ৰতি আমি কৰা অবিচাৰৰ কথা ভাবি মই বৰ লাজ পাইছো আজি।

সিমানলৈকে লিখি বৈ গ'ল মন্ত্ৰী। কমলে আকৌ সকিয়াই দিলে—"সোনকাল কৰক। সমাজৰ শত্ৰু কথাটো...।"

মন্ত্ৰীয়ে আকৌ লিখিলে। তোৰ অভিযোগ বোৰ সম্পূৰ্ণ সঁচা নহয় যদিও একেবাৰে মিছাও নহয়। তই কোৱা দৰে আমি হয়তো আজি সমাজৰ শত্ৰু বুলি চিহ্নিত হৈছোঁ! আচলতে ময়ো সোঁততহে উটিছোঁ। সেইদৰেও মই এতিয়া অত্যন্ত লজ্জিত হৈছোঁ। মোৰ বিশ্বাস হৈছে ৰাজহুৱা কাম কৰাৰ অৰ্হতা মই বোধকৰো হেৰুৱাই পেলালোঁ।

পিস্তলটো পালোঁ, গুলীবোৰো।

তই মোক ক্ষমা কৰিবি। ইতি"

চহী কৰা নাছিল মন্ত্ৰীয়ে বহুপৰ। আকৌ সোঁৱৰাই দিলে কমলে—"শেষ কৰক সেইখন। তাৰিখটোও দিয়ক।"

খপজপকৈ মন্ত্ৰীয়ে তাকে কৰিলে। কৰি কমালে সতে হাতখন মেজতে থৈ কমললৈ চালে। চকুৱে মুখে গভীৰ আতঙ্ক মন্ত্ৰীৰ।

পিস্তলটো মন্ত্ৰীৰ মূৰলৈ টোৱাই এখোজ আগবাঢ়ি গ'ল কমল। মন্ত্ৰীৰ চকু দুটা ওলাই আহে যেন হ'ল। একে থৰে চাই থাকিল পিস্তলৰ আগটোলৈ। আৰু এখোজ কাষ চাপি গ'ল কমল। মন্ত্ৰীৰ মূৰৰ পৰা মাত্ৰ এফুটমান আঁতৰত বুঢ়া আঙুলিৰে পিস্তলৰ লকটো ৰিলিজ কৰি দিলে। ক্লিক্‌কৈ সৰু শব্দ এটা হ'ল।

মন্ত্ৰীৰ কাণত কিন্তু সেইটোৱেই গুলীৰ শব্দ যেন লাগিল। চাইলেন্সাৰ লগোৱা পিস্তলৰ গুলীটো যেন সেই পলকতে তেওঁৰ মূৰৰ এফালে সোমাই আনফালে ওলাই যাব। জগত আন্ধাৰ হৈ যাব এই মুহূৰ্ততে! তাৰে যন্ত্ৰণাতহে যেন প্ৰাণৰ কাতৰত মন্ত্ৰীয়ে দুই হাতেৰে মূৰটো চেপামাৰি ধৰি মেজতে পেলাই দিলে। চকু দুটা মুদা। গোটেই গাটো কঁপিছে ঠক ঠককৈ। পেশীবোৰ টান হৈ গৈছে।

কমলৰ তৰ্জনীটো ট্ৰিগাৰত! অকণমানকৈ চাপ এটা দিলেই সকলো লেঠা মৰি যাব। দিয়া নাই তাকে। নিদি কমলে মনত পেলালে, তাৰ ককায়েকৰ এইজন সহকৰ্মীয়েই হেনো পলাই ফুৰোঁতে এদিন কৈছিল—প্ৰয়োজন হলে দেশৰ বাবে হাঁহি হাঁহি বন্দুকৰ আগত বুকু পাতি দিব! সেই চৰম ত্যাগৰ আদৰ্শ আৰু সাহস কলৈ গ'ল? কিহৰ মোহে এসময়ৰ বিপ্লৱী বীৰ এওঁলোকৰ মনবোৰ এনেকৈ কোঙা কৰি পেলালে? ঘিণ লাগি গ'ল কমলৰ।

খিতাতে সিদ্ধান্ত এটা লৈ সি লাহেকৈ তাৰ হাতৰ পিস্তলটো মেজৰ থকা মন্ত্ৰীৰ কমালখনৰ ওপৰতে থ'লে। একে সন্তৰ্পণে মন্ত্ৰীয়ে তাৰ ককায়েকলৈ লিখা চিঠিখন

তুলি ললে। মন্ত্ৰীয়ে একো গমেই নাপালে। পিতলৰ গুলীৰ আৱাজটোলৈ বাট চাই তেওঁ থৰ হৈ আছিল। কমল ঘূৰিল। সেই খিনিলৈকে তাক মাত্ৰ পোন্ধৰ কি কুৰি চেকেণ্ডহে লাগিল।

সেইখিনি কৰি সি ওলাই আহিল। আহোঁতে সৰু কোঠাটোৰ দুৱাৰখন জপাই থৈ আহিল।

বহা কোঠাৰ বাহিৰলৈ যোৱা দুৱাৰখনৰ ছিটকিনি ডাল খোলাৰ আগতে অলপ ৰ'ল। বুকুৰ চপচপনিটো যাব থোৱালৈকে। তাৰ পিছত লাহেকৈ দুৱাৰখন খুলি ওলাই যাব খুজিলে। বাহিৰৰ কোঠাটোত মন্ত্ৰীৰ ডাক পৰিব বুলি বাট চাই থকা বহুত মানুহৰ মাজৰ দুজনমান উঠি আহিছিলেই।

কমলে মুখত মৰম লগা হাঁহিটো লৈ বাধা দিলে সকলোকে। দুৱাৰখন জপাই দিবলৈ আটাইবোৰে শুনাকৈ ক'লে—"তেখেত বাথৰুমলৈ যাব খুজিছে, অকণমান ৰ'ব লাগিব।"

সেইবুলি কৈ, নিজে জপাব খোজা দুৱাৰখনৰ ফাঁকেৰে মূৰটো ভিতৰলৈ সুমাই সকলোৰে শুনাকৈ ক'লে—"মই মঙলবাৰে ৰাতিপুৱাই আহিম, দাদা।" কৈয়ে, দুৱাৰখন জপাই, ৰৈ থকা মানুহবোৰৰ মাজে দিয়ে বাজলৈ ওলাই গ'ল। অতি সহজভাৱে।

চিকিউৰিটিৰ পুলিচ কেইজনক হাঁহিটোৰেই সম্ভাষণ জনাই সি গৈ থাকিল। এজনে মৰমেৰে সুধিছিল—"কাম হ'লনে তোমাৰ, ভাইটি?"

"হ'ল দাদা!" বুলি কমল চৌহদৰ বাহিৰ হ'ল। বাটলৈ ওলায়ে খোজ থৰ কৰিলে সি। চিটি বাছ এখনত উঠি ললেই লেঠা মৰিব।

# মৰম

আমাৰ এইখণ্ডৰ পৌৰ পিতাসকলৰ উদাৰতা আৰু বদান্যতাৰ কথা ভাবিলে শ্ৰদ্ধাত মোৰ মূৰ দোঁখাই যাব খোজে। জড়িত প্ৰশাসন বিভাগবোৰৰ কথা ক'বই নালাগে। তাহানি আমি স্বাধীনতা পাবৰ সময়তে হ'বলা গান্ধীয়ে হেনো এইফালে মূ কৰি আহ্বান জনাইছিল, শৰণাগতক দুবাহু মেলি আদৰি আনা, আশ্ৰয় দিয়া!

গান্ধীবাদ নামৰ বস্তুপদৰ বৰ গুণ। কুকচাৰে গোঠা শৰাই চকা থনৰ দৰে সেই পদ বস্তুৰেও নানা আলৈ আহকাল, অপায় ঢাকি থ'ব পাৰি।

পৌৰ বজাৰবোৰ মন কৰিছেনে অসমৰ? দোকানবোৰ? গোটেইবোৰ শৰণাৰ্থী আশ্ৰম নহয়নে বাৰু? আৰু গুৱাহাটীত। শিখ মন্দিৰৰ পৰা নৈৰ পাৰলৈ অহা পদপথেদি যোৱা: কেই বছৰত খোজ কাঢ়িছেনে কোনোবাই? নোৱাৰে। আমাৰ আশ্ৰয় দাতা সকলে অলেখ শৰণীয়াক ভাত নিগাজীকৈ হেদালি সাজি কাপোৰৰ ব্যৱসায় কৰিবলৈ পট্টন দিছে। ব্যৱসায় কৰা ল'ৰাইতৰ বয়স একেবাৰে আমাৰ, বিহুৰে পূজাই বাটত গাড়ী মটৰ আগচি চান্দা বিচৰা, শঙ্কৰ জন্মোৎসৱ, ৰাস্তা দিবসৰ বাবে বৰঙণি তুলি ফুৰা, সংস্কৃতি সঞ্চয়নৰ গৰাকি ডেকাইতৰ সতে সমান। ভেদৰ ভিতৰত ইমানেই যে আমাৰ চাৰিআলি গুৰনি কৰি থকা ডেকাইত "স্বাৱলম্বী" আৰু সেই দিনে হাজাৰ টকাৰ ব্যৱসায় কৰাইত বেপাৰী। বোলে থকুৱাই পাত কাটোতেই যায়, নিথকুৱাই মাটিতে থায়!

আৰু, অকণমান উজাই যাওক। মহেন্দ্ৰমোহন চৌধুৰী হস্পিতালৰ গাতে লাগি থকা পদ পথটো একেদৰে আশ্ৰয়হীন মগনীয়া এচামক নিগাজী আবণ্টন দিয়া হৈছে। মৈলা, মইক, কৰি বৰা পাতি আদিৰে একোটা খোৱোং সাজি তাতে বহুত দুৰ্ভগীয়া শৰণীয়াই আশ্ৰয় লৈ আছে। এওঁলোকক, ওচৰৰে শুক্ৰেশ্বৰ মন্দিৰলৈ অহা ধৰ্মপ্ৰাণ যাত্ৰীসকলেই ভৰণ পোষণ দি আহিছে।

কথাটো ভালকৈ মন কৰি আছিল যতীনে। সিও একাষৰত চেপ্তিৰ ওচৰত, বাটত গাড়ী আগচি ধৰি লগৰ ল'ৰাৰ সতে বিহুৰ চান্দা, বহাগী বিদায়ৰ চান্দা তুলিছিল। পিছে এৰি দিলে। কামটো বোলে পুলিচে কৰিবলৈ নিদিয়ে। তেওঁলোকে নিজে কৰে। তাকে কৰোঁতে এবাৰ ট্ৰাকৰ ড্ৰাইভাৰ এটা মৰিব লগা হ'ল।

যতীন গুৱাহাটী পালেহি। কেনেকৈ কি সূত্ৰে, তাৰ মনতে নপৰে এতিয়া, সিও শুক্ৰেশ্বৰ মন্দিৰৰ কাষত গঢ় লৈ বাঢ়ি অহা ফুলৰ বজাৰখনত সোমাই পৰিল। বাধা পাইছিল প্ৰথমতে, বিহাৰী মতা-মাইকী মানুহ এহালৰ পৰা। পিছে নিটিকিল। তাৰ চেহেৰাকনিটো ভালকৈ বাজিল। বিহাৰী বেপাৰীয়ে সিহঁতখনৰ গাতে লগাই সৰুকৈ চাং এখন সাজি লবলৈ এৰি দিলে।

ফুল, বেলপাত, তুলসীৰ বেপাৰ। গত এটা হৈ গ'ল। নিচেই পুৱাই গোহাৰ মেলিব লাগে। ফুলবীয়াই আজৰিয়েই হয়। পিছে নহয়, আজিকালি মানুহ মৰিলে, বিয়া সবাহ হ'লে, মন্ত্ৰী মুদাগৰক আদৰিব লগা সভা-সমিতি থাকিলেও ফুল বিচাৰে মানুহে। সেইবাবেও মন দিব লগা হৈছে বেপাৰত। পাৰিছে সি, সিও পৰিয়ৰা ল'ৰা নহয়।

পুৱাই, সি মনে কৰে, কাচীৰজাৰৰ কালৰ পৰা লেঠাৰি নিছিগাকৈ মন্দিৰলৈ মানুহ আহে। সেইবোৰৰ সৰহভাগেই হাতত ফুল, ধূপ, পানী লৈয়ে আহে। কাচিৎহে এজোৱানে এটকামানৰ ফুল-বেলপাত কিনে। সেইবোৰৰ বহুতে হাতত শুকান কটি একোজাপ লৈ আহে। এখন এখনকৈ মগনীয়া বোৰক বিলাই যায়। দেখি দেখি অভ্যস্ত হৈ যোৱা বাবে আজিকালি সি আৰু নভবা হ'ল, কটিবোৰ আগবাঢ়ি বাহি হোৱা নে, বেলেগে সেকি অনা।

সেইদৰেও, সি এদিন অবাক হৈ চাই ৰল, বাটৰ সিপাৰে ফুটপাথত প্ৰায় লৰচৰ কৰিব নোৱৰা মগনীয়া এটাৰ ওচৰত বহি এজন মানুহে তাক কিবা খোৱা বস্তু দিছে। মানুহজনে নিজে গাড়ী চলাই আহিছিল। কাষৰ আন আন মগনীয়াকো একেজনে কিবাকিবি দিছে। দিয়া কথাটো তেনেকৈ ডাঙৰ কথা নহয়, পিছে সেই অথৰ বুঢ়া মগনীয়াটোৰ কাষত বহি তাক খুৱাই দিয়া বাবে যতীনৰ মানুহজনৰ প্ৰতি বেলেগ শ্ৰদ্ধা এটা হ'ল। সেইবাবেই হ'বলা তাৰ ভাল লাগি গ'ল এদিন পুৱাই মানুহজনে গাড়ীখন ঠিক তাৰ চাংখনৰ কাষতে ৰাখি তাৰ পৰা ছটকাৰ ফুল কিনি নিয়া বাবে। সদাই হোৱা তাগৰ ওপৰত সি আৰু এমুঠি ভাল ফুলৰ লগতে এপাহ আকন ফুলৰ মালাও ওপৰঞ্চিকৈ দি দিলে। 'গাড়ীখন ইয়াতে থ'লো দেই' বুলি মানুহজনে আধা অসমীয়া, আধা হিন্দী উচ্চাৰণেৰে কৈ গ'ল। সিও হাঁহি মাৰি শলাগি থ'লে।

মন্দিৰৰ পৰা ঘুৰি আহি মানুহজনে গাড়ীৰ পৰা সৰু থৰাহি এটা উলিয়াই তাৰ পৰা কিবাকিবি খোৱা বস্তু বিলাই দিলে মগনীয়াবোৰক। একেবাৰে শেষত দিলেগৈ তাৰ চাৰ্ভৰ ঠিক বিপৰীতে পৰি থকা বুঢ়া মগনীয়াটোক।

যতীনে মনে মনে খাটিলে ঈশ্বৰক, মানুহজনৰ কল্যাণ হয় যেন। থৰাহি সুদা কৰি মানুহজনে গাড়ী ঘুৰাই পশ্চিমমুৱা হৈ গুছি গ'ল।

নিতে ঘটি থকা এইবোৰ ঘটনাই সিহঁত ফুল বেচা মানুহৰ মনত বিশেষ প্ৰভাৱ আৰু নেপেলোৱা হ'ল। যতীনৰ কিন্তু এটা লাভ হ'ল, সেই মানুহজন তাৰ প্ৰায় নিয়মীয়া গ্ৰাহক হৈ পৰিল। অকলে আহে, গাড়ী ৰাখে, দুটকা বা তিনিটকা দি ফুল দুভাগ মান কিনে, কিনি মন্দিৰ পায়গৈ।

মন্দিৰৰ পৰা ঘুৰি আহি প্ৰায় ধৰাবন্ধা ভাবেই থৰাহি এটাত অনা খোৱা বস্তু বিলায় মগনীয়া বোৰৰ মাজত। যোৱা প্ৰায় ছমাহ। সেই বুঢ়াটোক অলপ বেছিকৈ ধৰম কৰি থাবলৈ দি যায়। আন কি অলপ জাৰ পৰোঁতে বুঢ়াটোক এখন ক'লা কম্বল আৰু গাৰুও দিলে এদিন।

গতানুগতিক হৈ পৰিল কথাবোৰ।

গতানুগতিকতাতো যতি পৰে কেতিয়াবা। ব্যতিক্ৰম হয়। হলো।

এদিন যতীনে দোকান পাতিবলৈ লৈছেহে মাথোন। ফুলৰ ভাগ সজাইছে। শাওন মাহ। নতুনকৈ পদুম ওলাইছে। তাৰো কলি একোটা আগবোৰ আঙুলিৰে হেচুকি মেল খুৱাই ভাগে ভাগে থৈ গৈছে। দাম এটকা বঢ়াই লব। গ্ৰাহক হ'ব। 'শাৱন-কি-মহিনা'···শিৱৰ মূৰত পানী দিবলৈ বহুত ভক্ত আহে।

আহিল তেনে এজন ভক্ত। "ভাগে কিমান অ?" থিয় হৈয়ে দৰালে। "দুটকা দাদা," বুলি লাহেকৈ কলে সি। পুৱাতে প্ৰথম গ্ৰাহক। যিমান পাবে মিঠা হ'ল সি। গ্ৰাহকজনহে কিবা হটঙা। মুখখন আগেয়ে দেখা যেন লাগিল যতীনৰ।

"দুভাগ দে। ভালকৈ বান্ধি দিবি। পদুমৰ কলি আৰু দিবি···।"

আথে বেথে বান্ধি দিলে যতীনে। হাতত ললেহে মানুহজনে, পইচাৰ বাবে কিন্তু জেপত হাত নভৰালে লগে লগে, প্ৰথম গ্ৰাহকজনৰ পইচা টো চুৱে ভাল লাগে। বাটলৈহে চাই থাকিল সেখোন শিৱভক্ত গ্ৰাহকজনে। মানুহজনলৈকে চাই থাকি যতীনে ফুল ভাগ কৰাত লাগিল।

"মন্দিৰ খুলিলে দাদা···", এবাৰ কণ্ঠ নকণ্ঠকৈ মনত পেলাই দিলে যতীনে।

মানুহজনে জেপত হাত ভৰালে এইবাৰ। মুখেৰে কলে, "আৰু এজন মানুহ

অহাৰ কথা আছে অ', মোৰ লগৰ।" দুভাগ ফুল লোৱাৰ অৰ্থটো এতিয়াহে বুজিলে যতীনে। আৰু যাত্ৰী আহিবলৈ লৈছে। পিতলৰ কুঁকি এৰকোটা লৈ শকত শকত মাইকী মানুহৰ জুম এটা পাৰ হৈ গ'ল। সেইবোৰেও আজিকালি ফুল কিনে। পিছে বিহাৰী বেপাৰীটোৰ নিয়মীয়া গ্ৰাহক সেইবোৰ! সি আগেয়ে ঘৰে ঘৰে তিয়ক পাতত টোপোলা বান্ধি ফুল দি আহিছিল।

যতীনৰ গাড়ীৰে অহা গ্ৰাহকজন আহিল। গাড়ী ৰাখিলে, ফুল কিনিলে এভাগ, পদুমে সতে। কিনি মন্দিৰলৈ গ'ল। প্ৰথম গ্ৰাহকজনৰ লগৰজন কিন্তু নাহিলেই এতিয়াও। এইজনে হাতত ফুলৰ টোপোলাটো লৈ ইফাল সিফাল কৰি আছে। গাড়ীখনৰ পিছফালেদি এবাৰ পাক এটাও মাৰি আহিলে সময় যাওক বুলি। যতীনে আগ্ৰহ নকৰাকৈয়ে মন কৰি আছিল।

যতীনৰ গ্ৰাহকজন মন্দিৰৰ পৰা ঘূৰি আহিল। আহি আন কাষৰ দবেই গাড়ীৰ পৰা খৰাহিটো উলিয়াই লৈ গৈ মগনীয়াক বস্ত বিলালেগৈ। শেষৰটো মগনীয়া ঠিক যতীনৰ মুখে মুখে। সেই তই থকা বুঢ়াটো। এই মৰমীয়াল মানুহজনে আথে বেথে কাষতে বহি বুঢ়াক কিবা এটা দিলে। দি...

যতীন উচপ খাই উঠিল। নতুন মুখৰ গ্ৰাহকজনে হঠাৎ হাতৰ ফুলৰ টোপোলাটো তাৰ গালৈ দলি মাৰি দি কাৰবাক হাত বাউল দি মাতিলে। মুখৰ মাত নাই। মাতি প্ৰায় জাপ মাৰি গৈ সেই পুৰণি মানুহজনৰ পিছফালে থিয় হ'লগৈ। কৰবাৰ পৰা আৰু তিনিজন মানুহ খিতাতে ওলালহি। মানুহজনক বেৰি ধৰিলে। এজনৰ হাতত এটা পিস্তল!

অবাক হৈ যতীনে চাই থাকিল। হাত নচলা হ'ল তাৰ। ধুনীয়া মানুহজন থপজপকৈ উঠি থিয় হ'ল। মুখেৰে বোধকৰো কিবা কৈছিল, দুজন মানুহে দুফালে তেওঁৰ বাউসীত ধৰি প্ৰায় টানিয়ে লৈ আহিল। থিক সেই সময়তে পশ্চিমফালৰ পৰা জীপ এখন আহি সেইখিনিতে ৰ'লহি। যতীনে মন কৰিলে, অকল যতীনেই নহয়, ফুলৰ বেপাৰী গোটেইবোৰে মন কৰিলে, জীপখন পুলিচে চলাইছে। গাড়ীত আৰু কেবা জনো পোছাকেৰে পুলিচ!

মানুহজনক জীপৰ পিছফালে তুলি ললে। যতীনে প্ৰায় চিঞৰিয়ে দিব খুজিছিল আন এটা কথা দেখি। মৰমীয়াল মানুহজনক আগচি ধৰা মানুহ কেইজনৰ এজনে পৰি থকা মগনীয়াটোৰ দাৰলাকটু কেইটা খোকাৰি চালে, চাই সুৰৰ তলৰ পৰা, এই মানুহজনে মৰম কৰি দিয়া পাকটো আজুৰি লৈ আহিল। তাকে আকৌ পুলিচৰ

সাজত থকা আন এজন বিষয়াৰ হাতত দিলেহি। তাকে লৈ মানুহজনে সতে জীপখন গুছি গ'ল।

পুলিচৰ সাজেবে আন এজন আহি যতীনৰ দোকানৰ আগত থৈ যোৱা গাড়ীখন চলাই লৈ গ'ল।

গোটেই ঘটনাটো ইমান কম সময়তে হ'ল যে কোনেও ততকে ধৰিব নোৱাৰিলে কি নো হ'ল।

ধৰিব পাৰিলে দুদিনৰ পিছত। মগনীয়াক মৰম কৰাটো একো দোষৰ কথা নহয় সেইটো যতীনে গম পালেগৈ থানাতহে।

তাকো, নগৰত আৰু তিনিটা ফলৰ বেপাৰীক থানালৈ মাতি নিলেহি পিছদিন। নি সুধিলে এই মৰমীয়াল মানুহজনক সিহঁতে কিমান দিন দেখিছে? কি কৰে, কেতিয়া আহে, আহি কাক কি দিয়ে। সেই আধামৰা বুঢ়া মগনীয়াটোক নো বিশেষ মৰম কৰে কিয়?

কেউটাই খোলাখুলিকৈ যি জানে, যি দেখে ক'লে। আচলতে সিহঁতে একো নাজানে।

কেনেকৈ জানিব বুঢ়াটোক দিয়া গাৰুৰ ভিতৰত যে সেই মৰম লগা মৰমীয়াল মানুহজনে কিবা ব্ৰাউন চুগাৰৰ টোপোলা ভৰাই থয়।

# প্ৰতিশোধ

"কলিকতা, দিল্লী, হাজো, নলবাৰী...।"

"আহক আহক, খালি গাড়ী।"

"আছে আছে ছিট, অলপ পিছতেই বহিবলৈ পাব ..।"

"যাওক দাদা, ভিতৰ সোমাই যাওক—এখন ফুটবল খেলিব পৰা ঠাই আছে।"

এইবোৰ যাত্ৰীলৈ আবেদন। আমোদ পায় যাত্ৰীয়ে। বাৰ চৌধ বছৰীয়া ল'ৰাটোৰ তঞ্জবৰীয়া স্বভাৱটো সেইটো পথৰ সকলো যাত্ৰীয়ে বৰ ভাল পায়। কথাত তাৰ কামৰূপীয়া ঠাঁচটো স্পষ্ট। কোনো কোনোৱে ঘূৰাই একোটা প্ৰশ্ন কৰে। কোনোৱে দাবি দি উঠে, ঠাই আছে বুলি কৈ তুলি দিয়া বাবে। বাছত থিয় হ'বলৈকে ঠাই নাই।

"হ'ব দাদা অলপ চলিবলৈ দিয়ক।" কাৰো কৰে সি।

আৰু কলিকতা দিল্লী? "বাছ তোৰ কলিকতালৈকে যাব নেকি অ'?" সোধে কেতিয়াবা একোজনে।

"কলিকতা নাযায় দাদা। কলিকতালৈ যোৱা মানুহ আমি লৈ যাম। নলবাৰীত নামি, টিকত কাটি বেলত উঠিলে চিধা কলিকতা .।"

যাত্ৰীয়ে আমোদ পায়। কণ্ডাক্টৰজনেও আমোদ পায় যদিও মাৰি দিয়ে তাক কেপ কেপাই থকা বুলি। 'তেওঁ তাক মৰম কৰে। ড্ৰাইভাৰজনেও।

তেৰ ছুৰটাৰ বাট। তাতে বহুত ঠাইত ৰয়। যাত্ৰী পাব অপাহি লাগে। বহুত মানুহ বাছৰ ওপৰতো উঠি যায় একো দিনা।

যোৱা কিছুদিনমানৰ পৰা বাছ যোৱা ঠাই আৰু বাঢ়িল। বাঢ়িল মানে ক'লে অলপ সৰহ সময় যোৱা হ'ল। সেনাবাহিনীৰ তালাচী হয়।

"চেকিন্ আছে, সব নামি দিয়ক ·" আমাৰ ল'ৰাই চিঞৰি দিয়ে। বাছৰ মানুহ-

বোৰ গোটেইবোৰ নামি দিয়ে। সেনাৰ বিষয়াই নে চিপাহীয়েই, সকলোকে কিছুদূৰ আগবাঢ়ি যাবলৈ দিয়ে খোজ কাঢ়ি। বাছৰ ভিতৰখন চাব তেওঁলোকে। বোমা-চোমা, বন্দুক আদিৰ দৰে আগ্নেয়াস্ত্ৰৰ সন্ধান কৰিব।

সন্ত্ৰাসৰ বিৰুদ্ধে লোৱা সতৰ্কতা বুলি সকলোৱে জানে আপত্তি কৰাৰ থলো নাথাকে, সাহো নকৰে কোনেও।

তাৰ মাজতো বহুতবে তিতা অভিজ্ঞতা হৈছে। প্ৰথমতে তিৰোতা যাত্ৰীসকলক বাছতে বহি থাকিবলৈ দিছিল। যোৱা কেইদিন মানৰ পৰা নিদিয়া হ'ল। বাছত টালি-টোপোলা বা বাকচ থাকিলে সেইবোৰ খুলি দেখুৱাব লগা হ'ল। তাতকৈও ডাঙৰ কথা, ভেকা ল'ৰা বা হোজা যেন দেখিলে যাত্ৰীবোৰক বৰ কটু ব্যৱহাৰ কৰা হ'ল।

নীৰৱে গা-পাতি দিয়ে সকলোৱে। আকৌ বাছত উঠি সৈন্যবাহিনীৰ লোকৰ এই নিষ্ঠুৰতাৰ বিষয়ে সৰৱ আলোচনা কৰে সকলোৱে। কেতিয়াবা কাচিৎ এজোজনে সৈন্য বাহিনীৰ উপস্থিতিৰ কাৰণ বিশ্লেষণ কৰিবলৈকো মুখ মেলে। কিন্তু শেষত সকলো আকৌ নিমাত হৈ পৰে সেই বিষয়ত।

মাজতে এই ল'ৰাটোৱে মাথো কোনোবা বয়সীয়া যাত্ৰী এগৰাকীক কোৱা শুনা যায়—"নাহিব আইতা, এইবোৰ থকালৈকে, এনেকৈ বাছত।"

"এৰা বোপাই। নহাকৈ পাৰিলে ভালেই আছিল। পিছে উপায় নাই অ', বৰ লেঠা।"

লেঠাটো কি যাত্ৰীয়েও নকলে, ল'ৰাটোৰো জানিবৰ আগ্ৰহ নাই। বাছ চলি আছে, যাত্ৰীও অহা যোৱা কৰি আছে। থাকিবই।

সন্ত্ৰাসৰ কোনো ব্যাখ্যা নাই কাৰো বাবে। হলেও এনেকৈ বাছে মটৰে উঠি বা নিজা গাড়ীতে যাওঁতেও, বাটত সৈন্যবাহিনীয়ে কৰা তালাচীৰ ধৰণ দেখি সকলোৱে বুজি পায় দেশৰ অৱস্থা একান্ত অশান্ত। আৰু শান্তি স্থাপনৰ প্ৰচেষ্টাত নিয়োজিত হোৱা সৈন্যবাহিনীৰ সক সক গোটবোৰৰ একোটা ইমানেই অমানুহ যে ল'ৰা-তিৰোতা, বুঢ়া কাকো বাচ-বিচাৰ নকৰাকৈ, নতুনকৈ জয় কৰা শত্ৰু-দেশৰ যুদ্ধবন্দীডকৈ বেয়াকৈ ব্যৱহাৰ কৰে।

কথাবোৰ হাটে-বজাৰে আলোচনা হবলৈ ধৰিছে। সক সক কথাৰে। বাছৰ ভিতৰতো। পৰিৱেশ বহু পৰলৈ থমথমীয়া হৈ থাকে।

"তিৰেই নলবাৰী—। তিৰেই নলবাৰী । বাটত নাবাখে গাড়ী···।" বুলি

আকৌ তাৰ নিজা মাতেৰে নতুনকৈ উঠিব খোজা যাত্ৰীক গঁকিয়াই দিয়ে ল'ৰাই। অলপ দূৰৰ যাত্ৰী-কঢ়িয়ালে ঘনাই বাছ ৰাখিব লাগে। আনবোৰ যাত্ৰীৰ খং উঠে।

ৰবকৈ "ৰব ৰাখিব · " বুলি কলে শেষৰ ফালে ড্ৰাইভাৰবো খং উঠে। উঠিলে কি হ'ব. এবাৰ উঠোৱা যাত্ৰীক নমায়ো দিব নাগিবই। আৰু এটা কথা, এই কম দূৰৰ যাত্ৰীবোৰৰ ভাৰবীয়া ভাৰা প্ৰায়ে তুলিব পৰা নহয়। বহুতে লৰালৰি কৰোতে পাহৰি যায় আৰু বহুতৰে পঞ্চাশ পইচা, এ টকীয়া ভাৰাৰ এভাগ এই ল'ৰাই যেপত ভৰায়। তাক সেই কামত অলপ আসৈ দিয়া হৈছে ড্ৰাইভাৰে অলপ দিনৰ পৰা। কোনেও ধৰিব নোৱাৰাকৈ। দৰমহা তাক ঘিটো দিয়া হয়, সেয়া আচলতে দৰমহাই নহয়।

ড্ৰাইভাৰৰ মৰমটো সোমাল হঠাৎ এদিন ভূপৰীয়া ভাত খাওঁতে। এক বজাত দ্বিতীয় যাত্ৰাৰ সময়। তাৰ আগতে কেউটাই ভাত খাই লয়। প্ৰায়ে পেৰাভাইজত। ৰন্ধা দামৰ এথাল ভাত। ড্ৰাইভাৰে অৰ্ডাৰ দিয়ে। সেইমতে দিয়া ভাতৰ লগত সেইদিনা মাছৰ জিহাও আছিল। ল'ৰাৰ ভাগত পৰা মাছৰ বাটিৰ মাছ ছুচকলটৈ চাই থাকি এবাৰ ল'ৰাটোৱে ড্ৰাইভাৰক ক'লে—"মই মাছ নাখাওঁ খুৰা"।

সি খুৰা বুলি মাতে ড্ৰাইভাৰক। তেওঁ অবাক হ'ল। "মাছ নাখাৱ কিয় ?" সি বোলে "এনেয়ে ।" ড্ৰাইভাৰে আকৌ শুধিলে—"তই তো মাছ খাৱ, আজি কি হ'ল ?"

ই কওঁ নকওঁকৈ এবাৰ কলে - "মাছ ছুচকল দিছে, ঘৰত হলে মায়েও খাব পাৰিলেহেঁতেন এক চকল · ।"

এখন্তেক মনে মনে থাকি ড্ৰাইভাৰে দাবি এটা দিলে তাক—"খা। এতিয়া খুৰাই নিনিয়ে তাৰ পৰা মাছ ।"

গধূলি বাছ শুমাই থৈ ঘৰামুখি যাবলৈ ওলাওঁতে ড্ৰাইভাৰে মাত লগালে "এই তৰুণ।" নামটো তাৰ তৰুণ; ড্ৰাইভাৰে তাক নাম কাঢ়ি কিজানি সেই দিনাহে মাতিলে। ওচৰ চাপি গলত, জেপৰ পৰা দহটকীয়া নোট এখন তাৰ হাতত দি ক'লে "বজাৰৰ পৰা ছুটাৰ জোখাৰে মাছ অলপ কিনি নিবি। এৰা বেলেগে দিলোঁ, ল।"

লটাৰীত লাখ টকা পালেও কিজানি ল'ৰাটোৰ মুখখন ইমান পোহৰ ন'হলহেঁতেন। ড্ৰাইভাৰে তাৰ ঘৰৰ কথা জানে। একেখন গাঁৱৰে নহলেও, তৰুণৰ যে বাপেকৰ বাহিৰে আৰু কোনো নাই সেই কথা জানে। ছবছৰ আগতে কলেৰা হৈ সেইখন গাঁৱত এবাৰকৈ মানুহ মৰিছিল। তাৰ ভিতৰত তৰুণৰ মাক বাপেক দুয়ো।

চৰকাৰে কলেৰ বোগ নাছিল বেয়াবটো, মানুহে ভয় খায় বুলি। সেইটো এটাইটিছু নে তেনে মাতিব নোৱাৰা নাম এটাহে দিছিল।

ঘৰলৈ উভতি যোৱাৰ দৰে গৈছিল সেইদিনা তৰুণ। ভাতৰ পাতত বহিহে ঘটনাৰ আদ্যোপান্ত বিবৰি কলে বায়েকক। মৰমতে তাক সাৱটি ধৰিবৰ মন গৈছিল যদিও মুখেৰেহে দবিয়ালে তাক "মই সদা ভাত খালো বুলি তই হ'বলা কান্দি দেখুৱালি ড্ৰাইভাৰ থকাক ?"

"কান্দি কেনেই কৈছিলোহে এনেয়ে এবাৰ, বাটটোত দুচকা মাছ দেখি তোলৈ মনত পৰি গ'ল।"

"হৈছে বাৰু থ। ভালৈকৈ কাম কৰি ধন ঘটি, দুয়োবেলা মাছ খাব পৰাটো হ'ছেন, তেতিয়াহে দেখিম।"

"হয়েই তই চাই থাকিবি।" সি আগতে এদিন বায়েকক কৈ থৈছিল সি বোলে এদিন নহয় এদিন ড্ৰাইভাৰ হবই! আৰু ধন ঘটি বায়েকৰ বিয়া দি, ভাতক দেখুৱাই দিব সি কিমানৰ মানুহ।

ভবত সিইতৰ বৰবাপেকৰ পুতেক ককায়েক। বাপেক মাক ঢুকোৱাৰ পিছত চল কৰি সিইতৰ মাটিৰ ভাগৰ ভাগ এটা কাটি ললে বোলে দদায়েক খুৰায়েকৰ চিকিৎসা কৰোঁতে সি বহুত খৰচ কৰিলে। মিছা কথা। সিইত সৰু আছিল, ভালৈকৈ একো বুজা নাছিল। তাৰে সুবিধা লৈ ঠগিলে ককায়েকে।

ঠগক ঈশ্বৰ আছে, দেখিছে নহয়। তৰুণে এতিয়াও মনে মনে থিক কৰি থৈছে ককায়েকতকৈ সি ডাঙৰ হ'বই হ'ব।

পঢ়া শুনা চলাই যাব নোৱাৰিলে যদিও মুখেৰেই সি জিনি খাব পৰা হৈ আছিল। পানীকুছিত তৰুণ বুলিলে বুজিবলৈ নাই। তাৰ দৰে কাঁহি মুখীয়া ল'ৰা নায়েই। নানা কামত তাক বিচাৰে লোকে। অৱশ্যে সি বাছ পৰা কামতহে।

বাছৰ কামবোৰো সি বসে পৰা বিধৰে। বাছৰ ভিতৰখন সৰা মচা বাহিৰখনত পানী মৰা, ইঞ্জিনত পানী ঢলা আৰু কেতিয়াবা কোনোবা যাত্ৰীয়ে বমি চমি কৰিলে পানী ঢালি বাঢ়নি মৰা ক'ৰবাত বাছ ৰ'লেই সাউতকৈ ড্ৰাইভাৰ খুৰাক তামোল এখন আনি দিয়া আদি হাজাৰ বিধ কাম তাৰ। কাৰৰ মাজত তাৰ মুখে আখৈ ফুটে। যাত্ৰীয়ে আমোদ পায়, কণ্ডাক্টৰেও আমোদ পায় যদিও তাক জানিবলৈ নিদিবলৈ চেষ্টা কৰে। ড্ৰাইভাৰ খুৰাই নাহাহে, গালি পাৰে, কেপকেপাই নাথাকিবলৈ কৈ।

এখন বাছ তাৰ মানুহ কেইটা আৰু যাত্ৰীসকলৰ এই নিয়মিত চলাচলৰ বাহিৰৰ

জগতখন কিন্তু অস্থিৰ। সন্ত্ৰাস চলি আছে আৰু সন্ত্ৰাস দমনৰ সন্ত্ৰাসো একে খোজতে চলি আছে।

সন্ত্ৰাস দমনৰ সন্ত্ৰাসৰ সোৱাদ বাছৰ যাত্ৰীসকলেও মাজে মাজে পাই আছে। কাগজে পত্ৰই সেইবোৰৰ বিতং বিৱৰণ দেশৰ মানুহে পাই আছে। এইবোৰ বাটৰ কথা। বাটৰ দাতিৰ গাঁও বোৰৰ খবৰো নোপোৱা নহয়। একোখন গাঁও বাতিৰ ভিতৰতে আগুৰি ধৰি সন্ত্ৰাসবাদী বিচাৰোতে চলা অত্যাচাৰ প্ৰায় নিয়মিত ঘটনাৰ দৰেই হৈ পৰিছে। তেনে অত্যাচাৰৰ বলি হোৱা লোকৰ কথাই গোটেই দেশজুৰি মিশ্ৰিত প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছে।

যাত্ৰী কঢ়িওৱা কামত লাগি থকা আমাৰ বাছ মটৰৰ কৰ্মীসকল কিন্তু আপাত দৃষ্টিত নিৰ্বিকাৰ। নহৈ উপায় নাই। তাৰ মাজতে হঠাৎ এদিন তৰুণ নাহিদ কামলৈ। এদিন নহয় একেলেঠাৰিয়ে কেবা দিনো নাহিল। কণ্ডাক্টৰে তোৰতোৰালে "এই বজ্জাত টো নাহিল দেখোন কাকা!"

"এবা কি-বা হৈছে। আহিব দি, নহ'লে নাথাকে।" বুলি ড্ৰাইভাৰে অলপ জনা, অলপ নজনাৰ দৰে মন্তব্য দি থলে।

"বেলেগ ল'ৰা এটা চাওঁ নেকি?"

"চা এটা, দুদিন মানৰ বাবে।"

নিয়মীয়া যাত্ৰীসকলৰ দুই এজনেও ল'ৰাটো নথকা কথাটো মন কৰিছিল। সুধিছিল কণ্ডাক্টৰক "কি হে, তোমালোকৰ সেই ফুৰ্তিবাজ ল'ৰাটো বেলেগ বাছলৈ গ'ল নেকি?"

নাই যে নাই প্ৰায় এমাহ হ'বৰ হ'ল তৰুণ কামলৈ নহা। ইতিমধ্যে বাজাৰ এই অঞ্চলত বেছ হাহাকাৰ লাগি গ'ল। সদায় শুনি থকা মৰা মৰি, গুলিয়া গুলিৰ কাহিনী কোন কোনটোতকৈ অধিক বেদনাদায়ক মানুহে তিচাপ কৰিবলৈ এৰি দিলে। ভিতৰি ভিতৰি কিন্তু সমগ্ৰ বাজাৰ মানুহ অশান্ত হৈ পৰিছে। কেনি গৈ আছে দেশখন? শান্তি ঘূৰি নাহিবই নেকি আৰু?

এইটো বাটেৰে অহা যাত্ৰীকে একো ঠাইত সৈন্যবাহিনীৰ লোকে গোটেই বোৰকে নমাই অত্যন্ত অপমান কৰিলে। বুঢ়া মানুহকো আঠুলোৱাই, বন্দুকৰ কুন্দাৰে ঠেলি, খুন্দা মাৰি প্ৰশ্ন কৰিছিল তেওঁৰ গাঁৱত থকা সন্ত্ৰাসবাদীৰ কথা কি জানে বুলি। তিৰোতা কেইগৰাকিমানক বাহুত ধৰি টনা আজোৰা কৰি লাঞ্চনা দিছিল। তৰুণ নাছিল সেই কেইদিন।

হঠাৎ এদিন ওলালহি দি। কিন্তু তাৰ মুখলৈ চাব নোৱৰা অৱস্থা। তৰুণৰ

খীণাই তেনেই খৰিকাজাল যেন হ'ল। চকুৰ সেই পোহৰ যেন নায়েই। চুলি কিজানি যোৱা গোটেই মাহটো সি আচোৰা নাছিল।

"যাম নে খুৱা, বাছত?" সঙ্কোচেৰে সুধিছিল সি ড্ৰাইভাৰক। কণ্ডাক্টৰ বিস্মা হতবাক তাক দেখি, সুধিলে "কি হ'ল তোৰ?"

"নাই একো হোৱা নাই, দিয়ক ।" বুলি সি হাঁহি এটা মাৰিলে। মোলান হাঁহি এটা।

অস্থায়ী ল'ৰাটো থাকক আৰু দুদিন, সিয়ে ক'লে। এটা ল'ৰাই একো হানি নকৰে।

নিয়মীয়া যাত্ৰী সকলৰ মাজৰে কোনো কোনোৱে তাক প্ৰথমতে চিনি পোৱা না'ছিল। চিনি পোৱা একোজনে সুধিছিল, কি নো হ'ল তাৰ। সেই একে করুণ হাঁহিৰে সি জনাই দিছিল একো হোৱা নাই বুলি।

ড্ৰাইভাৰ খুৰাইহে তাক এবাৰ কথা—সোধা নাছিল। সি যে আকৌ বাছত উঠিলহি সেইটো যেন তেওঁ মনেই কৰা নাই তেনে এটা আঁতৰ আঁতৰ ভাব লৈয়ে থাকিল। আন কি দুপৰীয়া ভাত খাবলৈ গৈয়ো তেওঁ তাক সেই চুকৰ মেজখনত বহিবলৈ কৈছিল। ওচৰত বহিলে কথা পাতিব লাগিব পাৰে বুলিয়েই চাগৈ তেওঁ তেনে ব্যৱহাৰ কৰিছিল।

তৰুণক দুদিনো নালগিল, আগৰ সেই তজবজীয়া "ল'ৰা" হবলৈ। "ভিবেক্ট দিল্লী! বাটত নৰখায় বাছ ।"

"দিল্লী?"

"নহয়, নহয় দাদা, ডিৰেক্ট নলবাৰী!" মানুহে হাঁহে তাৰ বহুৱালিত।

"চেকিন!" বাছখন ৰয়হি সৈন্যবাহিনীৰ লোকৰ নিৰ্দেশত।

"চৰ নামক, চেকিন্ আছে। চৰ নামক" বুলি তৰুণেই সাঁকিয়াই দিয়ে যাত্ৰী-সকলক। যাত্ৰীসকলৰ মুখৰ অসন্তুষ্ট ভাৱটো তৰুণে গুচাবলৈ চেষ্টা কৰে তাৰ ধেমেলিয়া কথাৰে।

"নিজৰ নিজৰ মাল দেখুৱাই যাব।" সি যেন সৈন্যবাহিনীৰ সহায়ক হে। ক'লা, ক'লা, পখৰ'-চিত্ৰা সাজৰ হাতত মেচিনগান লৈ থকা সেনা কেইজনে মুখ কেইখন শিলৰ যেন কৰি ভালাচী চলায়।

তৰুণে তাৰ মাজতে চায় বাটৰ কাষত, অলপ দূৰত মিলিটেৰী জীপ এখনত বহি থকা, নাক বগা, গাইমুৰা সেনাৰ বিষয়া জনলৈ। চিনি পাইছে মানুহজনক সি। নাকৰ ৰংটোৱেই চিনাকিৰ ছাব সেই বিষয়া জনৰ। হাতত কিবা যন্ত্ৰ এটা লৈ কথা

কৈ আছে। এবাৰ দেখিলে সচকাই পাহৰা টান। তৰুণেও পাহৰিব পৰা নাই সেই মুখখন। নহলে একে সাজৰ এই মানুহ বোৰ, ধৰিবই নোৱাৰি কালি দেখা কোনটোহে হয়নে নহয়।

গতানুগতিক ভাগাভাগি হৈ যায়। তৰুণেই নিৰ্দেশ দিয়ে সকলোকে—"আগত যাওক, আগত যাওক। বাছ সেই ভাত ৰ'বগৈ।"

দুদিন দেখিলে সি একেটা গোটেই আছে সেইখিনিত সেনাৰ। থাকিব চাগৈ আৰু দুদিন মান সেইটোৱেই। এনেয়ে গোট চিনিবৰ উপায় নাই। চিনি পাইছে সেই টিক টিক কৈ বগা নাকেৰে গাইমুৱা বিষয়া জনৰ বাবেহে।

"চেকিন্!" আকৌ বলহি বাছখন একে ঠাইতে পিছদিনাও। দুটামান গোমোঠা মানুহ উঠি গ'ল বাছলৈ। এটা দুৱাৰ মুখতে। "নিজৰ নিজৰ বাকচ, টোপোলা দেখাই যাব…।" বুলি আকৌ তৰুণেই নিৰ্দেশ দিলে। ভিতৰত বেগ এটাত হাত দি সৈন্য এটাই সোধে—"য়ে কিস্কা হ্যায়?" তৰুণে বেগটো দাঙি ধৰি নামি যোৱা যাত্ৰীসকলক উদ্দেশি সোধে "এইটো কাৰ, আহি যাওক।"

উভতি বাছলৈ উঠি আহি বেগৰ গৰাকিয়ে সেইটো খুলি দেখুৱাই, সৈন্যজনৰ কেৰাটাও প্ৰশ্নৰ উত্তৰো দিয়ে।

তৰুণে হাঁহি হাঁহিয়ে চিঞৰবোৰ মাৰি থাকে। হঠাতে এবাৰ সি, প্ৰথম চিটটোৰ তলত থকা বাল্টিটো উলিয়াই আনি দুৱাৰ মুখত থিয় হৈ থকা সৈন্যটোকে হাঁহি এটাৰে সুধিলে "এইটো কাৰ? এইটো?"

সেইটো ইঞ্জিনত পানী দিবলৈ থোৱা বাল্টি। ভিতৰত এক লিটাৰ মবিলৰ খালি টেমা এটা। মুখখন মিহিকৈ কাটি থোৱা আছে। পানী চালিবলৈ ভাল।

গোমোঠা সৈন্যটোৱো হাঁহি উঠি গৈছিল। ধেমালিতে হাতৰ বন্দুকৰ কুন্দাটো টোৱাই দবিয়াইছিল তৰুণক—"বদমাছ কাহাঁকা" বুলি।

"অ' এইটো হামাৰাই হ্যায়।" বুলি সি বাল্টিটো লৈ পানী আনিবলৈ গ'ল। দেখি ড্ৰাইভাৰ অবাক। পানীতো নালাগে এতিয়া। তৰুণেই কাষলৈ আহি ইঙ্গিত দি গ'ল সি শৌচ কৰিবলৈ যাব। মুখি যাওঁতে যেন তাক ছুলি নিয়ে। সেইটো দুঘণ্টাৰ কথা। উপায় নেদেখি ড্ৰাইভাৰে গাড়ী এৰি দিলে।

তৰুণ বাল্টিটো হাতত লৈ সেই বিষয়াজন বৈ থকা গছ জোপাৰ তলেদিয়ে অলপ দূৰ গৈ সৰু ঘৰ এটাৰ আঁৰ লৈ বৈ থাকিল অলপ সময়। তাৰ পিছত ঘূৰি আহি জীপখনৰ কাষতে অঁকবাৰ হবে থিয় হৈ থাকিল। একেথৰে একো নজনাৰ দৰে গাইমুৱা বিষয়া জনলৈ চাই থাকিল। সেই মুহূৰ্তত তেওঁ বাকি-টকিটোত কিবা এটা

কৈ আছিল। তৰুণে বাল্টিটো মাটিতে থৈ তাৰ ওপৰতে বহি ললে। জীপখনত আৰু দুজননে তিনিজন জোৱান। বাছবোৰ অহা যোৱা কৰোতে ড্ৰাইভাৰ হেণ্ডিমেনৰ মুখবোৰ অলপ চিনাকি যেন লাগিছে তেওঁলোকবো। তৰুণকো বাছৰ ল'ৰা বুলি জানিলে। কি হ'ল সুধিলে এজনে তৰুণক।

তাৰ অপূৰ্ব হিন্দীৰে তৰুণে বুজাই দিলে তাৰ বাছখন গ'লগৈ। ঘূৰি অঁহোতে তাক তুলি নিব।

গাইমুৰাৰ কথা শেষ হ'ল। হাতৰ যন্ত্ৰটোলৈ এক থৰে চাই থকা ল'ৰাটোক একান্তই নিৰীহ যেন লাগিল। বাছলৈ বাট চাই কথা বুলি বুজি একো নামাতিলে প্ৰথমতে। তেওঁৰ জোৱান হঁতে নিজ নিজ কাম কৰি আছে, তেওঁ কেৱল চকু দি থাকিব লাগে! তাৰ মাতটো আজৰি পাই তৰুণক সুধিলে—"হেই?" তৰুণ জাপ মাৰি উঠিল, থিয় হৈ চালাম এটা দিলে বিষয়াজনক। বিষয়া জনে ল'ৰাটোৰ কোমল বয়সলৈ মন কৰিয়ে বোধকৰো সুধিলে—হিন্দীতে—তই বাছত কিমান দিন কাম কৰিছ? "বহুত দিন চাহাব!' তৰুণে তাৰ বিচিত্ৰ হিন্দীত উত্তৰ দিলে। "যোৱা এমাহ মান আহিব পৰা নাছিলোঁ।"

"কিয়?"

"এনেয়ে চাহাব। এফালে গৈছিলোঁ।" তাৰ কথাবোৰ পাতল কৰিবলৈ চেষ্টা কৰিছিল যদিও মুখৰ পৰা ওলাওঁতে ছুটি হৈ পৰিছিল। বিষয়াজনে ধৰি লৈছিল সাধাৰণ মানুহৰ সৈন্যৰ প্ৰতি থকা ভয়েই তাৰ কাৰণ।

হঠাৎ বিষয়াজন পোন হৈ বহিল, কাষৰ পৰা আৰু দুজন জোৱানক মাতি আনিবলৈ ইঙ্গিত দিলে। জীপৰ ড্ৰাইভাৰক গাড়ীখন ঘূৰাই লবলৈ নিৰ্দেশ দিলে।

তৰুণে সেই পৰিস্থিতিৰ কথা অনুমান কৰা নাছিল। সিও মুহূৰ্ততে তাৰ নিজা আঁচনি সলাই পেলালে। মুখলৈ তাৰ নিজা তজবজীয়া ভাবটো আনি, হাঁহি এটাৰে সুধিলে—"মোকো লৈ যাবনে চাহাব, নৈৰ পাৰলৈকে?"

ল'ৰাটোৰ সাহ দেখি আমোদ পালে বিষয়াজনে। "আও"। বুলি তাক জীপত উঠিবলৈ দিলে।

তৰুণ প্ৰায় জাপ মাৰি উঠিল। উঠিয়ে বাল্টিটোত থকা খোলা টেমাটোত থকা সৰু টোপোলা এটা উলিয়াই ললে। গাৰ লেতেৰা চোলাটো খুলি বাল্টিটোত থৈ, টোপোলাত থকা বঙা টি-চাৰ্টটো পিন্ধি ললে। নিচেই সাধাৰণ কথা হলেও জোৱান কেইজনে কৌতুকেৰে চালে তাৰ তৎপৰতাটো। বিষয়া জনেও। হাঁহো নাহাহোঁকৈ হাঁহি সুধিলে—"তোৰ ঘৰ ক'ত অ' ল'ৰা?"

"মোৰ ঘৰ আপুনি চিনি পায় চাহাব!" বিষয়াজন অবাক হ'ল তাৰ কথাত। সুধিলে "কি কলি?"

তৰণে টোপাটোতে তাৰ বগা টি চাৰ্টৰে মোৰাই থোৱা আৰু এটা অকণমান টোপোলা হাতত লৈ তাৰ পাতল প্লাষ্টিকৰ কাগজখন লাহে লাহে এৰুৱাবলৈ লৈছে। চকু তাৰ আগফালে বাটত। সিফালৰ পৰাও বাছ-বোৰ আহে।

মুখেৰে ক'লে "চাহাব আপুনি পানীকুছিলৈ যোৱা নাছিল নে?"

পানীকুছি। বিষয়াজনৰ মুখখন গম্ভীৰ হ'ল। প্ৰায় এমাহৰ আগতে তেওঁক সেইটো এলেকাৰ পৰা আঁতৰাই ইয়াত দিছেহি। অকল সেয়ে নহয়, পানীকুছিৰ ঘটনাৰ কেবাটাও তদন্ত হৈ আছে। এতিয়ালৈকে অনামতে তদন্তৰ ফল তেওঁৰ বিৰুদ্ধে যোৱাৰ সম্ভাৱনা আছে। সেইবাবেও তেওঁৰ কথাই কামে যোৱা প্ৰায় এসপ্তাহ মান এটা অস্থিৰতা ওলাই পৰিছে। এই ল'ৰাটোৰেও দেখোন সেইবোৰ কথা জনা যেন লাগিছে।

তৰুণৰ হাতৰ সৰু টোপোলাটো, একেবাৰে নোখোলাকৈ, মুখলৈ নিলে। মুৰ এটা কামুৰি ধৰাৰ আগতে কথাৰ সুৰ সলাই সি ক'লে—"মই দেখিছিলোঁ চাহাব আপুনি আমাৰ ঘৰৰ পৰা ওলাই আহোঁতে। ইমান দিন মই আপোনাকে বিচাৰি আছিলোঁ।" কথাষাৰ কৈয়ে সি টোপোলাটোৰ পৰা দাঁতেৰে কামুৰি কিবা এটা ছিঙি পেলালে। বিষয়াজনে একো বুজিব পৰা নাছিল সি নো কি কামুৰি আছিল। তথাপি সুধিলে— "কাহাঁ দেখা থা তুম?"

"কিউঁ চাহাব। হামাৰ বাইদেউকো অত্যাচাৰ কৰকে আপুনি নেহি মাৰা হ্যায়? বাইদেউৰ শটো পুখুৰীমে ফেলাই নেহি আয়া হ্যায়?" আৰু ক'ব নোৱাৰিলে সি। ইতিমধ্যে অসীম উত্তেজনাত তাৰ গোটেই গা কঁপিবলৈ ধৰিছে। হাতৰ বস্তুটো চুৰ কৰি অনা, তাক এই কেইদিন লুকাই থাকিবলৈ দিয়া দাদা কেইজনৰ পৰা। তেওঁলোকে নিজৰ মাজতে চাই, ব্যৱহাৰৰ বিষয়ে আলোচনা কৰা সি দেখি আছিল। নীৰৱে তেওঁলোকৰ মাজত সোমাই আছিল সি। গাঁওখনত তাৰ বায়েকৰ ওপৰত অত্যাচাৰ কৰা জোৱান সকলৰ ভিতৰত এই বিষয়াজন থকাটো একেবাৰে নিশ্চিত। সি কামৰ পৰা ঘুৰি গৈ এওঁকে পতুলিয়েদি ওলাই অহা দেখিছিল। জীপত উঠিছিল খৰ খৰকৈ।

সোমাই গৈ সি সুন্দা ঘৰখন পাইছিলগৈ। বায়েকৰ শটো পিছদিনাহে পুখুৰীত ওপঙি থকা দেখিলে গাঁৱৰ মানুহে।

তোলপাৰ লাগিছিল যদিও ঠিকতে মাৰ গ'ল। সিজিলেৰীয়ে আকৌ আশাটী

চলাবলৈ সোমালহি গাঁৱত। আগৰ ঘটনা চাকি ধৰলৈ কৰা চেষ্টাৰে সাক্ষী হ'ব পৰা মানুহবোৰ ধৰি নিলে দুজনমানক, দুজনমানক গুৰুলাগুৰুলকৈ মাৰিলে।

তৰুণক পলুৱাই নিলে বেলেগ এখন গাঁৱৰ ডেকা দুজনে। নিৰীহ ল'ৰাটোক মাৰিলে সি বাচি নাথাকে! ডেকা কিজনৰ পৰা বুজিবলৈ সৰহ সময় নালাগিল তৰুণৰ। হাতৰ অস্ত্ৰ-শস্ত্ৰও দেখিলে সি। চল চাই এই বস্তুটোৰেই সহজ হ'ব বুলি সি সেইটো চুৰ কৰি আনিলে. 'চেকিন্' কৰা এই গাইমুৰা বিষয়াজনক দেখাৰ দিনাই ৰাতি। তাক তাৰ হৈ যোৱা বিপদৰ বাবেই হওক বা বয়সৰ বাবেই হওক, ডেকা কেইজনে অবিশ্বাস কৰা নাছিল।

সেই দুআষাৰ কথা কওঁতেই তাৰ ফোপনি উঠিল। উগ্ৰ খঙত তাৰ মুখখনো ইতিমধ্যে গাইমুৰা বিষয়াজনৰ দৰেই টিক টিককৈ ৰঙা হৈ পৰিছিল, যেন তাক বায়েকে অলপতে কিনি দিয়া সেই ৰঙা টি-চাৰ্টৰ লগত ফেৰহে মাৰিবলৈ লৈছে।

প্লাষ্টিকৰ কাগজখন একেবাৰে একৰাই পেলালে এইবাৰ সি। লগে লগে আতঙ্কত প্ৰায় চিঞৰি দিলে বিষয়াজনে—'হেই! ষ্টপ ইট!'

সেইটো এটা অতি শক্তিশালী গ্ৰেণেড। সেনা বিষয়াজনে দেখিয়েই চিনি পাইছে। অকণমান ল'ৰাটোৱে সেইটো খেলাৰ বস্তু বুলি ভাবিছে নেকি! কি কৰিব পাৰি ধৰিব নোৱাৰি পলকতে কেউজন জোৱান বিবুদ্ধি হ'ল। ল ৰাটোক থাপ মাৰি ধৰিবলৈ যাওঁতে যদি হাতৰ পৰা পৰি যায় সেইটো! গ্ৰেণেডৰ পিনটো কামুৰি একওৱা দেখিছিল কেউজনে।

মনত অপাৰ শক্তি তৰুণৰ। সফল হ'ব নে সি? যি হয় হওক বুলি সি এবাৰ ওপৰলৈ চাই চিঞৰ এটা মাৰিলে—"বাইদেউ! চা, মই পালোঁহি এইটোক!" বুলি কৈয়ে গাৰ বলেৰে গ্ৰেণেডটো ড্ৰাইভাৰ আৰু বিষয়াজনৰ মাজতে গাড়ীৰ সোহাৰ মজিয়াখনলৈ মাৰি পঠিয়ালে! দলংখন পাৰ হ'ব নোৱাৰিলে গাড়ীখন। প্ৰচণ্ড বিস্ফোৰণৰ শব্দত গোটেই অঞ্চলটো সঁচকিত হৈ উঠিল।

পিছদিনা বৰ বৰ হৰফেৰে বাতৰি ওলাল দেশৰ প্ৰায়বোৰ কাগজতে। দুজন জোৱান সন্ত্ৰাসৰ বলি হোৱা বুলি। এটা নিচেই কম বয়সীয়া ল'ৰাৰ মৃতদেহো পোৱা গ'ল জোৱান কেইজনৰ লগত। গাত এটা ৰঙা বনিয়ন। ধাৰণা কৰা হৈছে, দূৰৰ পৰা নিয়ন্ত্ৰণ কৰি এটা শক্তিশালী বোমা বিস্ফোৰিত কৰি এই ঘটনা সংঘটিত কৰা হৈছিল। সন্ত্ৰাসবাদীক বিচাৰি জোৰ তদন্ত চলোৱা হৈছে।